পদ্য

# চণ্ডিকাখ্যান।

শ্রীকীর্ত্তিচন্দ্র বিদ্যাভূষণ গোস্বামী-
কর্ত্তৃক প্রণীত।

বেচ ॥০ আট অনা মাহোন।

পদ্য

# চণ্ডিকাখ্যান।

শ্ৰীকীৰ্ত্তিচন্দ্ৰ বিদ্যাভুষণ গোস্বামী কৰ্ত্তৃক

প্ৰণীত



পদকৰ্ত্তাৰ অনুমতি মতে।

এজেন্সি কোম্পানীৰ স্বত্বাধিকাৰী

শ্ৰীনন্দেশ্বৰ চক্ৰবৰ্ত্তী দ্বাৰা প্ৰকাশিত।



ডিব্ৰুগড়।

গৌৰী শঙ্কৰ যন্ত্ৰত

শ্ৰীবঙ্কেশ্বৰ চক্ৰবৰ্ত্তীৰ দ্বাৰা ছাপা হ'ল।

শকাব্দা ১৮৩০ ; ১লা আশ্বিন।

# বিজ্ঞাপন।

—०❀०—

ইমান দিনে দেশৰ এটা অভাৱ পূৰ্ণহল। মাৰ্কণ্ডেয় পুৰাণান্তৰ্গত দেৱী মাহাত্ম্য চণ্ডীৰ নাম নজনা মানুহ বোধকৰো হিন্দুৰ ভিতৰত কোনো নাই। কোনো বিপদ বা ৰোগকালে সকলোৱেই চণ্ডী পাঠ কৰাই, চণ্ডী পাঠ দ্বাৰা অনেকৰ অভীষ্ট সিদ্ধি হোৱা দেখিব আৰু শুনিবলৈ পোৱা হৈছে। মূল চণ্ডী সংস্কৃত ভাষাত ৰচিত, সংস্কৃত নজনা মানুহে তাৰ অৰ্থ গ্ৰহণ কৰি মৰ্ম্ম বুজিব নোৱাৰে। কিন্তু এতিয়াৰ পৰা স্ত্ৰী পুৰুষ সকলোৱেই চণ্ডীৰ মৰ্ম্ম বুজিব পাৰিব।
সম্প্ৰতি পূজ্যপাদ শ্ৰীশ্ৰীযুক্ত কীৰ্ত্তিচন্দ্ৰ বিদ্যাভূষণ গোস্বামী প্ৰভুৱে মূল চণ্ডীৰ পৰা সহজ অসমীয়া ভাষাত নানা বিধ পদ্যেৰে চণ্ডী ৰচনা কৰি সকলোৰে এটা মহৎ উপকাৰ কৰিলে। এই "চণ্ডীকাখ্যান" পঢ়িলে বা শুনিলে মূল চণ্ডী পঢ়িবলৈ বা শুনিবলৈ একো বাকী নাথাকে শ্ৰীআদ্যাৰ আদিতে এটাই শক্তি বিষয়ৰ দিহানাম ৰচি দিয়া বাবে স্ত্ৰী পুৰুষ সকলোৱে চণ্ডীৰ পদেৰেই নাম গাব পাৰিব।
পুস্তক খানি সকলোৰে বিশেষকৈ ব্ৰাহ্মণ জাতিৰ উপকাৰী হব যেন বিবেচনা কৰি মুদ্ৰিত কৰিলোঁ। আশা কৰো স্বধৰ্ম্মানুৰাগী হিন্দু মাত্ৰেই একোখানি গ্ৰহণ কৰি আমাক উৎসাহিত কৰিব। আৰু বৰ্ণ যোজক সকলৰ অসাৱধানতাত কোনো ঠাইত বৰ্ণাশুদ্ধি থাকিলে সহৃদয় পাঠক যেন দোষ ক্ষমা কৰে। কিমধিকমিতি শক ১৮৩০।

১লা আশ্বিন। প্ৰকাশক

---

শ্ৰীনন্দেশ্বৰ চক্ৰবৰ্ত্তী।

# উৎসৰ্গ ।



পৰমাৰাধ্যা—

শ্ৰীশ্ৰীদুৰ্গাদেৱী শ্ৰীচৰণ কমলেষু ।

মাতঃ !

তয়ু কৃপা কণাবলে চণ্ডীৰ আখ্যান ;
পদবন্ধে তৰপুত্ৰে কৰিলা ৰচন ।
কিবা সাধ্য আছে মোৰ ৰচো চণ্ডীপদ ;
কেবল তোমাৰ কৃপা আৰু আশীৰ্ব্বাদ ।
অলঙ্কাৰ ৰসগুণ পদ্যৰ শৰীৰ ;
ৰীতি ছন্দ পদন্যাস শ্ৰুতি সুখকৰ ।
কিন্তু মই অল্পমতি স্থূল মোৰ জ্ঞান ;
ৰচনাত আছে মম অনেক দূষণ ।
তথাপি তোমাৰ শুভ পবিত্ৰ নামত ;
চণ্ডীকাৰ পদ খানি কৰিলোঁ অৰ্পিত ।
শিশু যদি দিয়ে তৃণ হাতত মাৰৰ ;
জননী গ্ৰহণ কৰি কৰন্ত আদৰ ।

কিমধিকমিতি ॥




# চণ্ডিকাখ্যান ।

—— ៖ ০ ❊ ০ ⬭ ০ ❊ ০ ៖ ——

## নমঃ শ্ৰীচণ্ডিকায়ৈঃ ।

জয় জয় জগদ্ধাত্রি জগত জননী ।
চৰণে শৰণ লৈলো তুমি নাৰায়ণী ॥
স্ৰজনত তুমি সৃষ্টি পালনত স্থিতি ।
সংহৰণে তুমি দেবি আতি ঘোৰমূৰ্ত্তি ॥
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ তোমাৰ কিঙ্কৰ ।
তুমি বিনে সিসবাৰ নাই অধিকাৰ ॥
তযু শক্তি বলে বিধি কৰন্ত সৃজন ।
পালয় জগত বিষ্ণু শিবে সংহৰণ ॥
প্ৰধান প্ৰকৃতি তুমি জগত কাৰণ ।
তযু লোমকূপে আছে চৈধ্যয় ভুবন ॥
অনন্ত ৰূপিনী তুমি দেবী ভগবতী ।
চৰণে তোমাৰ মোৰ অসংখ্য প্ৰণতি

তুমি চণ্ডী তুমি দুর্গা তুমি কাত্যায়ণী।
ভুক্তি মুক্তি প্রদ তযু চৰণ দুখানি ॥
তোমাৰ চৰণ পদ্ম দৰিদ্রৰ ধন।
অধমক কৰি কৃপা কৰা প্রদর্শন ॥
সপ্তশতী পদ মই কৰিবাক মনে।
ত্রৈলোক্যে শৰণাগত তব শ্রীচৰণে ॥
দুর্ব্বোধ চণ্ডীৰ পদ মই অল্পমতি।
তযু কৃপা বিনে মোৰ নাহিকে শকতি ॥
বুদ্ধি ৰূপা তুমি দেবি দিয়া বুদ্ধি মোক।
ৰচনো চণ্ডীৰ পদ সবাই শুনুক ॥
শুক্লাম্বুজ নিবাসিনি মাৱ সৰস্বতি।
কৰি কৃপা মোৰ কণ্ঠে হোৱা তুমি স্থিতি ॥
আসিযো কল্পনা দেবি কবি সহচৰি।
বসিযো হৃদয়াম্ভোজে মোৰে কৃপাকৰি ॥
হে হেৰম্বগণাধীশ বিঘ্নবিনাশন।
কৃপাকৰি কৰামোক বিঘ্ন নিবাৰণ ॥
সন্ত সকলক মই কৰিছো মিনতি।
নধৰিব দোষ মোৰ মই অল্পমতি ॥
পৰম পবিত্র এহি চণ্ডীৰ আখ্যান।
ভুক্তি মুক্তি হোৱে লাভ কৰিলে কীর্ত্তন ॥

ঘোৰ কলিযুগে এই চণ্ডিকাৰ পদ।
শ্ৰবণ কৰিলে খণ্ডে সমস্ত আপদ॥
এহি কথামাৰ্কণ্ডেয় পুৰাণ মধ্যত।
চণ্ডীনামে ভাষান্তৰে আছিলা প্ৰখ্যাত॥
তান হস্তে পদ বন্ধে কৰিলো প্ৰচাৰ।
হৌক কৃপা মোৰ প্ৰতি দেবী চণ্ডিকাৰ॥

জয় জয় দুৰ্গাদেবী জগত জননী।
মধু কৈটভক তুমি মুহিলা আপুনি॥

## পদ।

মাৰ্কণ্ডেয় বদতি শুনিয়ো তপোধন।
যিৰূপে চণ্ডিকা দেবী ভৈলা উতপন॥ *
যিৰূপে সুৰথ ৰাজা আৰাধি চণ্ডীক।
অষ্টমাধিপতি মনু ভৈলা সাবৰ্ণিক॥
স্বাৰোচিষ মন্বন্তৰে চৈত্ৰ বংশ জাত।
আছিল সুৰথি নামে নৃপতি বিখ্যাত॥

* সাবৰ্ণিঃ সূৰ্য্যতনয়ো যোমনুঃ কথ্যতেঽষ্টমঃ।
নিশাময় তদুৎপত্তিং বিস্তৰাদ্‌গদতোমম॥

জিনিল সমস্ত ৰাজা নিজ বাহুবলে।
একছত্ৰ কৰিলন্ত পৃথিবী মণ্ডলে॥
শাস্ত্ৰত পাৰ্গত সিটো নীতিজ্ঞ প্ৰবীণ।
কৰন্ত দেবতা পূজা ব্ৰাহ্মণক দান॥
পুত্ৰ সমকৰি পালে প্ৰজা সমস্তক।
কৰন্ত দুষ্টক দণ্ড সাধুক সম্মান॥
এহিৰূপে ৰাজ্যভোগ কৰে বহুকাল।
দেবীৰ নিগ্ৰহে পাছে মিলিল জঞ্জাল॥
আছিল যতেক ম্লেচ্ছ ৰাজা অধীনত।
তাহাৰ ঐশ্বৰ্য্যদেখি গুণিলা মনত॥
অধীন ৰাজাৰ জানা নিস্ফল জীবন।
সবেমিলি সুৰথেৰে কৰো মহাৰণ॥
এহিৰূপে যতৰাজা হুয়া একমত।
সুৰথৰ কাশে পঠাইলন্ত ৰণদূত॥
দূতমুখে ৰণ বাৰ্ত্তা শুনি নৃপবৰ।
নকৰি সঙ্কোচ মনে ভৈলা অগ্ৰসৰ॥
গজবাজী ৰথসৈন্য সঙ্গে অগণন।
(১) চতুৰঙ্গ বলে ৰাজা কৰিলা গমন॥
দুষ্টগণ সমে ৰাজা কৰিলা সমৰ।

(১) হাতী, ঘোড়া, ৰথ, পদাতি।

বিনাশিলা শত্রুগণে বাহিনী ৰাজাৰ ॥ (২)
ভাগ্যপ্ৰতি কুল হেতু ৰাজা পৰাজিত।
হুয়া নিৰানন্দ মনে পশিলা পুৰীত ॥
সেহি দিন হন্তে ৰাজা কোলা নগৰীত। (৩)
আছিল ৰাজত্ব কৰি বিষাদ মনত ॥
তাতো শত্রুগণে আসি মন্ত্রীৰ লগত।
মিত্রকৰি সমস্তকে কৈলা বশীভূত ॥
পাত্র মন্ত্রি সৈন্য যত আছিল ৰাজাৰ।
সিংেলাত ভেলা সবে বিৰূপ নৃপৰ ॥
একাদনা সবে মিলি ৰাজাৰ নগৰ।
আক্রামিলা পৰাজত ভৈলা নৃপবৰ ॥
প্রবল নৃপাতগণে মন্ত্রীৰ সহিত।
ভাণ্ডাৰক ভাঙ্গিলৈলা ধন ৰত্ন যত ॥
বলহীন ভৈলা যেবে সুৰথ নৃপতি।
গজ বাজী সহ সেনা গৈলা শত্রু ভিতি ॥ (৪)
তথাপি নগৰে ৰাজা অন্তৰে দুঃখিত।
অল্পসৈন্য বন্ধু সহ নিবাস কৰন্ত ॥

(২) বাহিনী, সেনা।
(৩) বৰ্ত্তমান কোলাপুৰ পূৰ্ব্বকালত সুৰথৰ ৰাজধানী।
(৪) শত্রুভিতি শত্রুৰফালে।

একদিনা মৃগয়াৰ ছলে নৰপতি।
একাকী পশিলা বনে ঘোটকত উঠি॥
অনেক অৰণ্য ভ্রমি মেধস মুনিৰ।
দেখিলা আশ্রম এক আতি মনোহৰ॥
(ক) অনেক শ্বাপদ গণ আছে আশ্রমত।
অপকাৰ নকৰয় মুনি প্রভাবত॥
শাৰ্দ্দুল কেশৰী হস্তী সৰ্প মৃগ যত।
নিয়ত ভ্রমিছে সবে হুয়া আনন্দিত॥
কলকণ্ঠে মুনিগণে বেদ উচ্চাৰণ।
কৰি আশ্রমৰ শোভা কৰিছে বৰ্দ্ধন॥
প্রবেশি আশ্রমে দুঃখে মুনিক প্রণতি।
কৰি কৃতাঞ্জলি হুয়া বসিলা নৃপতি॥
কৰিলা সৎকাৰ মহৰ্ষিয়ে নৃপতিক।
পাদ্য অৰ্ঘ আচমনী দিয়া মধুপৰ্ক॥
পাছে ৰাজা তপোবনে ইভিতি সিভিতি। (৫
বিষাদিত মনে ফুৰে নলৱয় স্থিতি॥
ৰাজ্যনাশ সন্তাপত অতীব অস্থিৰ।
সিবেলা চিন্তিবে লাগিলন্ত নিজপুৰ॥

---

(৫) ইভিতি সিভিতি, ইফাল সিফাল।

(ক) শ্বাপদ,হিংস্রকজন্তু, বাঘ ভালুক আদি।

মোৰ পূর্ব্ব পিতৃগণে পালিলা যিপুৰী।
সিপুৰীত মইস্থান নপাইলো সমূলি ॥
মোৰ দুষ্টভৃত্যগণে ধর্ম্ম অনুসৰি।
পালিছে বা নপালিছে মোৰ কোলাপুৰী ॥
মদমত্ত শূৰ হস্তী যি যুদ্ধত প্ৰধান।
শত্রু অধিনত কিনো কৰিছে ভোজন ॥
মোৰ কৃপা ধন অন্নে তুষ্ট ভৃত্যগণ।
হায় আন নৃপতিৰ কৰিছে সেবন ॥
অসাধু অমাত্য সবে কৰি আতি ব্যয়।
কষ্টাৰ্জিত বিত্তমোৰ কৰিবন্ত ক্ষয় ॥
স্বৰ্ণ ৰূপ হীৰা মুক্তা মনি মৰকত।
প্ৰবাল গোমেদ আদি ৰত্ন ৰাজি যত ॥
অতি দুঃখে ভণ্ডাৰত আছিল সঞ্চিত।
শত্রুৰ হাতত সব হৈলা ভস্মীভূত ॥
এহিমতে আনো নানা ভাবিয়া থাকন্তে।
দেখিলন্ত একবৈশ্য সেহিআশ্ৰমতে ॥
দেখিয়া বৈশ্যক ৰাজা পুছিবে লাগিলা।
কিকাৰ্য্যে আসিলা তুমি কহিয়ো কিহৈল ॥

শূৰ হস্তী, সুৰথৰ হাতীৰ নাম।

বিষাদিত দেখো যেন তোমাৰ বদন।
যদি দোষ নাই ব্যক্ত কৰা নিজাখ্যান॥
ৰাজাৰ বিনীত বাণী শুনি বৈশ্যবৰ। (ক)
সাবশেষে নিবেদিলা ৰাজাৰ গোচৰ॥
বৈশ্য নিগদতি শুনিয়োক গুণনিধি।
বৈশ্যকুলে জন্ম মোৰ নামত সমাধি॥
প্ৰত্যহ বিপ্ৰক কৰো মই ধন দান।
তাক দেখি ভাৰ্য্যাপুত্ৰে কৰে অভিমান॥
নশ্বৰ শৰীৰ ইটো দানেহে ৰক্ষণ।
নজানে দুৰ্ম্মতি ভাৰ্য্যা দুষ্ট পুত্ৰগণ॥
একদিনা নিষেধিলা ভাৰ্য্যা পুত্ৰে মোক।
নকৰিবা ধন দান আৰু ব্ৰাহ্মণক॥
সেহিদিনা হন্তে মই মহা অভিমানে। (খ)
পুত্ৰ ভাৰ্য্যা গৃহত্যজি পশিলো অৰণ্যে॥
ধন পুত্ৰ ভাৰ্য্যা বন্ধু সবে হয়া হীন।
দুৰ্পিত হৃদয়ে কাল কৰিছো যাপন॥

(ক) এই বৈশ্য অতিশয় ধনবান।
(খ) অভিমান, মনোদুঃখ।

কিবা ভৈল পুত্ৰ ভাৰ্য্যা আৰু বন্ধুগণ।
কিৰূপে সিসব লোকে কৰিছে বৰ্ত্তন॥ (গ)
দুৰ্ব্বৃত্ত চৰিত্ৰ কিবা শোভন স্বভাব।
কুশলে আছন্ত কিবা অকুশল ভাব॥
নপাই বাৰতা মোৰ সিসবৰ মন।
ব্যাকুলিত আছে এহি বিষাদ কাৰণ॥
সুৰথ বদন্তি বৈশ্য শুনা একমনে।
ভাৰ্য্যাপুত্ৰ লাগি শোক কৰা অকাৰণে॥
যেহি ভাৰ্য্যা পুত্ৰে ধন দ্ৰব্যলৈয়া কাঢ়ি।
পঠালে তোমাক বনে সৰ্ব্বস্ব নিগ্ৰহি॥
সেহি ভাৰ্য্যাপুত্ৰে তুমি কেনে কৰা আশ।
ৰাজাৰ বচনে বৈশ্য কাঢ়িলা নিশ্বাস॥
বৈশ্য নিগদন্তি শুনিয়োক নৃপবৰ।
যি কহিলে সবে সত্য বাণী আপোনাৰ॥
কিন্তু কি কৰিবো মই নজানো বিধান।
নিষ্ঠুৰ নহয় কেনে সিসবাত মন॥
ধনলোভে পিতৃ স্নেহ স্বামীৰ পীৰিতি।
ত্যজি মোক অৰণ্যত পঠাইলা সম্প্ৰতি॥

---

(গ) বৰ্ত্তন, জীবিকা।

তেনে পুত্র ভাৰ্য্যাপ্ৰতি মোৰ যে হৃদয়।
নিৰ্দ্দয় নহয় কেনে নজানো নিশ্চয় ॥
মহামতি নৃপবৰ বিগুণ বন্ধুত। (৭)
নজানো কিহেতু হোৱে মোৰ স্নেহচিত্ত ॥
পৰিলে মনত সিসবাক প্ৰতি মোৰ।
তপ্তশ্বাস বহে নাকে তাপিত অন্তৰ ॥
কিয় পুত্ৰ ভাৰ্য্যা বন্ধু প্ৰতি হিয়া মোৰ।
নহয় মমতা হীন কোৱা নৃপবৰ ॥ (৮)
মাৰ্কণ্ডেয় বদতি শুনিয়ো তপোধন।
পাছে ৰাজা বৈশ্য দুয়ো হুয়া একমন ॥
মেধস মহৰ্ষি স্থানে পুছিবাক মনে।
প্ৰণমিলা গৈয়া দুয়ো ঋষিৰ চৰণে ॥
আশীৰ্ব্বাদ কৰি মুনি নৃপতি বৈশ্যক।
আসনত বসাইলা সমীপে দোহাক ॥
সুখাসনে বসিৰাজা বৈশ্য মহামতি।
ঋষিক পুছন্ত পাছে কৰিয়া মিনতি ॥
বদতি সুৰথ ৰাজা মুনিৰ আগত।
এখানি গোচৰ কৰো তযু চৰণত ॥

(৭) অপকাৰী বন্ধু।

(৮) মমতা, স্নেহ।

যোগবলে নাই তব কোনো অগোচৰ।
জানে দূত ভবিষ্যত আৰু পূৰ্ব্বাপৰ॥
আছিল ৰাজত্ব মোৰ কোলা নগৰীত।
শত্রুগণে আক্রমিলে পশিলো বনত॥
সম্প্রতি ৰাজ্যত মোৰ নাই অধিকাৰ।
তথাপি ৰাজ্যত মোহ প্রবল যে মোৰ॥
বিষয় আশক্ত চিত্ত মূৰ্খৰ শোভন।
জ্ঞানী হুয়া কিয় তাত হৈলো নিমগণ॥
কি হৈল নগৰ গজবাজী ৰথ ধন।
অকাৰণে অহৰ্নিশ কৰোহোঁ চিন্তন॥
আছিল ৰাজত্ব যেবে সবাই আমাৰ।
ৰাজ্যভ্ৰষ্ট হৈল যেবে মমতা অসাৰ॥
সমাধি নামক ইটো বৈশ্য কুলে জাত।
পুত্রে ভাৰ্য্যা বন্ধু ভৃত্যে ধন ৰত্ন যত॥
আগ্রহি নিৰ্দ্দয় ৰূপে পঠাইলা বনত।
তথাপি বৈশ্যৰ মোহ আছে সি সবাত॥
ামাৰ কাহিনী এই তযু চৰণত।
সাবশেষে নিবেদিলো আমি স্বৰূপত॥
বিষয়ৰ দোষ দেখি এড়ি তাত আশা।
ঘোৰবনে আসি দুয়ো কৰিলোহোঁ বাসা॥

তথাপি আমাৰ চিত্তে লেশ নাহি শান্তি।
দিবা ৰাত্রি ফুৰো আমি আক গুণি গান্থি॥
বিষয়ত হোৱে মুগ্ধ জ্ঞান হীন নৰ।
বান্ধে তাক মায়াপাশে উচিত তাহাৰ॥
কিন্তু আমি জ্ঞানবন্ত বিষয় বিৰত।
কিহেতু আমাক মোহে কৰিলে আবৃত॥
দুখানি চৰণে তযু কৰিছো মিনতি।
ইহাৰ কাৰণ প্রভু কোৱা মহামতি॥
বদতি মেধস মুনি শুনা নৃপবৰ।
(১০) বিষয়ত জ্ঞান আছে সমস্ত প্রাণীৰ॥
আহাৰ মৈথুন নিদ্রা সুখ আক খেদ।
সমস্ত জন্তুতে আছে অল্পমাত্র ভেদ॥
কতো প্রাণী আছে ৰাজা নেদেখে দিনত।
কতো দিবা ভাগে দেখে নেদেখে ৰাত্রিত॥
কতো প্রাণী দিবা ৰাত্রি সমানে দেখন্ত।
কতো বা আছয় দিবা নেদেখে ৰাত্রিত॥
যিৰূপে মনুষ্যে জ্ঞানী নিজক ভাবয়।
সেহিৰূপে হোৱে জ্ঞানী পশু পক্ষীচয়॥

(৯) বিষয়, ইন্দ্রিয় গোচৰ বস্তু।

আহাৰনিদ্রাভয়মৈথুনঞ্চ, সামান্যমেতৎপশুভিনৰাণাম্

মনুষ্যৰ যেনে জ্ঞান বিষয় ভোগত।
তেনে জ্ঞানে জ্ঞানী সবে পশু পক্ষীযত ॥
জ্ঞান আছে হেতু নৃপ দেখা পক্ষীগণ।
আপুনি নাখায়ো শিশু মুখে দিয়ে কণ ॥
পুষিব পালিব পুত্রে কৰিব যতন।
এহি আশা কৰি নৰে কৰন্ত পোষণ ॥
মোৰ পুত্র মোৰ ভাৰ্য্যা ধন কলেবৰ।
ইতিমাত্রে জ্ঞান আছে সমস্ত প্রাণীৰ ॥
এতেকে মনুষ্য জাতি আৰু অন্য জাতি।
সবাৰো সমান জ্ঞান বিষয়ক প্রতি ॥
পুত্র ভাৰ্য্যা ধন হন্তে যদিও অনৰ্থ।
তথাপি সংসাৰীজনে কৰে পুৰুষাৰ্থ ॥
নিজৰ অহিত বাঞ্চা কৰে কোন প্রাণী।
(১০) পৰাধীন হেতু জীব সমস্তে অজ্ঞানী ॥
যদিবাও কতোনৰে ইচ্ছে আত্মহিত।
সমস্ত নিস্ফল হোৱে ঈশ্বৰ মায়াত ॥
সংসাৰৰ স্থিতি কাৰী প্রভু ভগবান।
মহামায়া নামে শক্তি তাহাৰ প্রধান ॥

(১০) মায়াত মুগ্ধহেতু জীবঈশ্বৰ হৈয়ো পৰাধীন।

মমতা আবৰ্ত্ত মোহ গৰ্ত্তে প্ৰাণী যত।
মহামায়া প্ৰভাৱত সততে সংযত॥
মোৰ ভাৰ্য্যা মোৰ পুত্ৰ এহি যাৰ জ্ঞান।
মহামায়া কৰে তাঙ্ক সংসাৰে বন্ধন॥
নহবা বিস্মিত ৰাজা দেবী মহামায়।
জগতকে মুহি আছে তাৰ যত মায়া॥
আকায় জ্ঞানীৰো মন সেহি ভগৱতী।
বলেৰে কৰন্ত মুগ্ধ জানা মহামতি॥
সৃজিছে সমস্ত বিশ্ব দেবী ভগৱতী।
হৈলে সেহি সুপ্ৰসন্না লভে নৰে মুক্তি॥
ব্ৰহ্মজ্ঞান ৰূপাদেবী মুক্তিৰ কাৰণী।
সংসাৰীৰ বন্ধ হেতু সেহি সনাতনী॥
ভোগদা মোক্ষদা শিবা দেবী সুৰেশ্বৰী।
সবাৰো আৰাধ্যা সেহি ব্ৰহ্মাৰো ঈশ্বৰী॥
ৰাজা নিগদতি প্ৰভু কৰিয়ো বেকত।
মহামায়া বুলি যাক কহিলে প্ৰখ্যাত॥
কি প্ৰকাৰে উঁতপতি কিবাৰূপ তাৰ।
কিনো কৰ্ম্ম কৰে সেহি মাৱ জগতৰ॥
নিত্যা কি অনিত্যা দেবী তুমি জ্ঞানীবৰ।
সমস্ত বিবৰি কোৱা জুৰাওক অন্তৰ॥

মেধস বদতি শুনা নৃপ মহামতি।
নিত্যা সেহি ভগবতী জগত মূৰতি॥
স্রজন পালন আৰু কৰি সংহৰণ।
ব্যাপি আছে জগদ্ধাত্রী অখিল ভুবন॥
স্থাবৰ জঙ্গম বিশ্ব স্রজন যাহাৰ।
সংসাৰীৰ দৰে জন্ম নাহিকে তাহাৰ॥
তথাপি যে অবতাৰ বহুধাদেবীৰ। (১১)
আছয় শাস্ত্রত কহোঁ শুনা নৃপবৰ॥
গুণাতীতা ভগবতী দেবৰ কাৰ্য্যত।
নানাৰূপে আবির্ভাব হোৱে জগতত॥
তেতিয়া উৎপন্না বুলি জগতে জানয়।
অন্যৰূপে তাৰ জন্ম কদাপি নহয়॥
মহা প্রলয়ৰ জলে প্লাবিত জগত।
অনন্ত শয্যাত হৰি ভৈলন্ত নিদ্রিত॥
যোগনিদ্রাৰূপে দেবী হৰিৰ নয়ন।
মুদ্রিত কৰিলা প্রভু ভৈলা অচেতন॥
অখিল ব্রহ্মাণ্ড জলময় মহাৰাজ।
বিষ্ণুৰ কর্ণৰ পৰা মলহৈলা বাজ॥

(১১) বহুধা, অনেক প্রকাৰ।

বিষ্ণু কর্ণ মল যেবে জলত পড়িল।
মলহন্তে ঘোৰ দৈত দুগোটা জন্মিল॥
মধুনামে একজন কৈটভ অপৰ।
মহাকায় মহাবল দুয়ো মহাসুৰ॥
বলদর্পে সিবেলাত ভাবে মনে মনে।
কাৰ সহ কৰোঁ যুদ্ধ আমি দুইজনে॥
ভাবন্তে দেখিলা পাছে নাভি কমলত।
কেশবৰ আছে ব্ৰহ্মা নয়ন মুদ্রিত॥
ইহাক মাৰিবো বুলি দুই মহাসুৰ।
যুজিবাক হেতু ৰঙ্গে ধাইলা সত্বৰ॥
চকুমেলি দেখে ব্ৰহ্মা দুই মহাসুৰ।
ঘোৰৰূপ ধৰি আসে সমীপে তাহাৰ॥
দেখি দৈত্য বিধাতাৰ উপজিল ভয়।
এবে কি উপায় কৰোঁ সঙ্কট সময়॥
শুতি আছে নাৰায়ণ অনন্ত শয্যাত।
যোগনিদ্ৰা বশীভূত চৈতন্য ৰহিত॥
কেনমতে সচেতন হৈব দামোদৰ।
মনত ভাবয় বিধি অনেক প্ৰকাৰ॥
নাৰায়ণ দেহ হন্তে দেবী মহামায়া।
বাজ হৌক ভগবতী কৰি মোক দয়া॥

এহিভাবে ব্রহ্মাদেবে আৰম্ভিলা স্তুতি।
একমনে হৃদয়ত চিন্তি দেবী মূৰ্ত্তি ॥
তুমি দেবী সৃষ্টিস্থিতি সংহাৰ কাৰিনী।
তুমি বিশ্বেশ্বৰী নিদ্ৰা জগত তোষিণী ॥
(১২) তুমি স্বাহা ৰূপে দেবী তুষিছা দেবক।
স্বধাৰূপে দিছা তৃপ্তি সমস্ত পিতৃক ॥
উদাত্তাদি স্বৰৰূপা যজ্ঞৰূপা তুমি।
জন্ম জৰা মৃত্যু হীনা অমৃত ৰূপিণী ॥
হ্ৰস্ব দীৰ্ঘ স্বৰ তুমি আৰু প্লুত স্বৰ।
হলবৰ্ণ ৰূপা তুমি অজ্ঞাত সবাৰ ॥
বিপ্ৰৰ গায়ত্ৰী তুমি জগত জননী।
এতেকে সাবিত্ৰী দেবী পবিত্ৰ কাৰিণী ॥
জগত ধৰিছা দেবী জগদ্ধাত্ৰী ৰূপে।
স্ৰজিছা জগত এহি ব্ৰহ্মাণী স্বৰূপে ॥
পালিছা বৈষ্ণৱী ৰূপে যত চৰাচৰ।
সংহৰিবা অন্তকালে তোমাতে সকল ॥
স্ৰজনত সৃষ্টিৰূপা তুমি জগতৰ।
পালনত স্থিতিৰূপা অখিল বিশ্বৰ ॥

(১২) ত্বংস্বাহা ত্বংস্বধা ত্বংহিবষট্ কাৰস্বৰাত্মিকা।
সুধা ত্বমক্ষৰে নিত্যে ত্ৰিধা মাত্ৰাত্মিকা স্থিতা ॥

প্রলয় কালত তুমি সংহৰণ ৰূপা।
কৰা দয়া দয়াময়ি জগত স্বৰূপা॥
ব্ৰহ্মজ্ঞান প্ৰকাশিনী তুমি মহাবিদ্যা।
জগতকে কৰা মুগ্ধ হেতু মহামায়া॥
মহামেধা তুমি দেবী আৰু মহাস্মৃতি।
মোহৰূপা মহাসুৰী মহাদেব শক্তি॥
সত্বৰজস্তমোগুণ প্ৰকাশ কাৰিণী।
সবাৰো কাৰণ ভূতা তুমি নাৰায়ণী॥
ব্ৰহ্মাৰ মৰণ ৰাত্ৰি আৰু মহাৰাত্ৰি।
ঘোৰৰূপা ভয়ঙ্কৰী তুমি নিদ্ৰাৰাত্ৰি॥
তুমিসে ঈশ্বৰী লক্ষ্মী তুমি লজ্জামতি।
তুমি তুষ্টি তুমি পুষ্টি তুমি শান্তি ক্ষান্তি॥
খড়্গহস্তা শূলহস্তা গদিনী চক্ৰিণী।
তুমি শঙ্খহস্তা ধনুৰ্ব্বাণাদি ধাৰিণী॥
সৌম্যা সৌম্য তৰা তুমি সবাতো সুন্দৰী।
ঈশ্বৰকো কৰাবশ পৰমা ঈশ্বৰী॥
অখিল ব্ৰহ্মাণ্ড মধ্যে যত দ্ৰব্যচয়।
সমস্তৰে শক্তি তুমি কি বৰ্ণাবো মই॥
চৰাচৰ বিশ্বৰূপা তুমি ভগৱতী।
কিৰূপে কৰিবো স্তুতি মই মূঢ়মতি॥

জগতৰ সৃষ্টিকৰ্ত্তা যেই পালয়িতা।
অন্তিমত ঘোৰৰূপে যিজন সংহৰ্ত্তা॥
সিমহা বিষ্ণুক বলে কৰিলা নিদ্ৰিত।
তোমাক কৰয় স্তুতি নাই ব্ৰহ্মাণ্ডত॥
বিষ্ণুক জন্মাইলা তুমি আৰু মহেশক।
জনমালা মোক দেবী সৃষ্টি কৰিবাক॥
স্তুতি কৰিবাক তব নাহি মোৰ শক্তি।
স্বৰূপতে হোৱা তুমি আমাৰ প্ৰসূতি॥
নিজগুণে হুয়াতুষ্টি দেবী ভগবতী।
মধুকৈটভক মুগ্ধ কৰিয়ো সম্প্ৰতি॥
অনন্ত শয্যাত শুতি আছে নাৰায়ণ।
কৰাহা প্ৰবোধ মাৰ্ লভোক চেতন॥
ঘোৰ দৈত্য বধিবাক বিষ্ণুৰ শকতি।
হৌক বৰ দিয়া দেবী কৰিছো মিনতি॥
এহিৰূপে সৃষ্টিকৰ্ত্তা দেবী তামসীক।
দৈত্য ভয়ে হুয়াভীত স্তুতি কৰিলেক॥
পৰম পবিত্ৰ এহি চণ্ডিকাৰ পদ।
শ্ৰৱণ কীৰ্ত্তনে খণ্ডে সমস্ত আপদ॥
ভৈলাহা সমাপ্ত ব্ৰহ্মাকৃত দেবী স্তুতি।
কৰোক আমাৰ বাঞ্ছা পূৰ্ণ ভগবতী॥

বান্ধিলা অসুৰ দেব দামোদৰ
চণ্ডীৰ শকতি পায়া ॥

---

## দুলড়ি ।

ঋষি নিগদন্তি, শুনা নৰপতি,
নিদ্ৰাৰূপা সনাতনী ।
ব্ৰহ্মাৰ স্তুতিত, লভিলা সন্তোষ,
সাক্ষাতে ভৈলা আপুনি ॥
জগতৰ পতি, বিষ্ণু মহামতি,
বধোক ঘোৰ অসুৰ ।
এহি বুলি দেবী, বিষ্ণু দেহ হন্তে,
নিৰ্গত ভৈলা সত্বৰ ॥
নেত্ৰ মুখ নাসা, হৃদয়ৰ পৰা,
যোগনিদ্ৰা বিশ্বেশ্বৰী ।
ক্ষীৰজল যেখনে, বসিলা তেখনে,
অনন্ত শয্যাত হৰি ॥
প্ৰলয় জলত, অসুৰ দুগোট,
ব্ৰহ্মাক বধিব মনে ।
কৰন্ত উদ্যম, মহা পৰাক্ৰম,
দেখিলন্ত নাৰায়ণে ॥

শয্যা পৰিহৰি, . উঠিলা শ্ৰীহৰি,
ধাইলা অসুৰ প্ৰতি।
মহা বলৱন্ত, দৈত্য দুই গোট,
ভৈলাহা নিকটে স্থিতি॥
যুজিলা মাধব, ভকত বান্ধৱ,
দৈত্যক লগাই চমক।
একাৰ্ণব জল, নাই কৈতোস্থল,
ব্ৰহ্মাণ্ড ভৈল থলক॥
ক্ষয় নোহেবল, দুই দানবৰ,
পৰাজয় নাহি মানে।
পৰম বিস্ময়, দেব দয়াময়,
অদ্ভুত মানিলা মনে॥
প্ৰচণ্ড বিক্ৰমে, দেব নাৰায়ণে,
হাজাৰ পঞ্চ বৰিষ।
বাহু প্ৰহৰণ, কৰে মহাৰণ,
নভৈলা অসুৰ নাশ॥
পাছে ভগবতী, বিষ্ণুক আদৰি,
মুহিলা অসুৰ মন।
দেবী মায়া মুগ্ধ, অসুৰ প্ৰচণ্ড,
বুলিলা এহি বচন॥

বিষ্ণু মহামতি, তোমাৰ শকতি,
দেখি তুষ্ট ভৈলো আমি।
ইচ্ছা অনুসৰি, তোমাক আদৰি,
দিও বৰ লোৱা তুমি॥
শুনি চক্রপাণি, অসুৰৰ বাণী,
লভিলা সন্তোষ মনে।
দিয়া মোক বৰ, বাঞ্চিত আমাৰ,
খ্যাত দুই ত্রিভুবনে॥
তোমা দুই বীৰ, হাতত আমাৰ,
বধ্যহোৱা শীঘ্র কৰি।
অন্যবৰে মোৰ, নাই প্রয়োজন,
বুলিলা দেব শ্রীহৰি॥
মেধস বদতি, শুনা নৰপতি,
পাছে যেহি কথা ভৈল।
মায়াত দেবীৰ, মুগ্ধ দুই বীৰ,
মনত বহু ভাবিল॥
ডুবিছে জলত, সমস্ত জগত,
অলপো নাহিকে স্থল।
স্থলত বধোক, দিও এহি বৰ,
আত পৰে নাই ছল॥

শুণি দৈত্য দ্বয়, বিষ্ণুক বোলয়,
দিলোহোঁ বৰ তোমাক।
নাহি যৈতে জল, একমাত্ৰে স্থল,
তথাতে বধা আমাক॥
বচন দৈত্যৰ, শুনি গদাধৰ,
কৰিলা তাকে স্বীকাৰ।
উৰু আপোনাৰ, কৰিলা বিস্তাৰ,
ভৈল স্থল মনোহৰ॥
পাছে দেবহৰি, সুদৰ্শন ধৰি,
দুগোট দৈত্যৰ শিৰ।
আপোন উৰুত, কৰিলা নিপাত,
গৈল দৈত্য যমঘৰ॥
দেবীৰ কৃপাত, অসুৰ দুগোট,
কৰিলা হৰি নিপাত।
আনন্দ অপাৰ, ভৈলন্ত ব্ৰহ্মাৰ,
হৈলা দেবী অন্তৰ্হিত॥
এহিৰূপে দেবী, বিধিৰ স্তবত,
নিজে অবতাৰ হৈলা।
ঘোৰ দৈত্য হন্তে, আদৰি ব্ৰহ্মাক,
জগত ৰক্ষা কৰিলা॥

মেধস বদতি, শুনিলা নৃপতি,
দেবীৰ ইটো মহিমা।
প্ৰভাব অপাৰ, আছয় দেবীৰ,
পুনৰপি কহোঁ শুনা॥
দেবীৰ চৰিত্ৰে, পৰম পবিত্ৰে,
শুনা সবে নৰগণ।
দ্বিজ কীৰ্ত্তিচন্দ্ৰে ৰচিলা প্ৰবন্ধে,
চণ্ডীৰ ভাবি চৰণ॥

———ঃ*ঃ———

ইবাৰ উদ্ধাৰা মোক জগত জননি।
চৰণে শৰণ লৈলো ৰাখা নাৰায়ণি॥

————

## পদ।

মেধসে বোলন্ত শুনা ৰাজা মহামতি।
পুনু দেবী কথা কহোঁ তোমাত সম্প্ৰতি॥
পূৰ্ব্বে দেবাসুৰে ৰণ কৰিলা বহুত।
শতেক বৰিষ পূৰ্ণ ভৈলন্ত যুদ্ধত॥
আছিল মহিষ নামে এক মহাদৈত্য।
অসুৰৰ ৰাজা সিটো মহাবলৱন্ত॥

পুৰন্দৰ সমে যুদ্ধ কৰিলা অসুৰ।
জিনিলা মহিষাসুৰে ত্ৰিদশ ঈশ্বৰ॥
পৰাজিত দেবগণ ভয়ে পলাইলা।
(১) অমৰাবতীত দৈত্যে ৰাজত্ব কৰিলা॥
অনন্তৰ পুৰন্দৰে কৰি আলোচন।
দেবগণ সমে গৈলা ব্ৰহ্মাৰ আস্থান॥ (২)
ব্ৰহ্মাৰ স্থানত ইন্দ্ৰে কৰিলা গোচৰ।
কৰিছে ৰাজত্ব স্বৰ্গে দুৰন্ত অসুৰ॥
কিমতে স্বৰ্গত আমি কৰোহোঁ বসতি।
কৰিয়ো উপায় এবে দেব প্ৰজাপতি॥
ইন্দ্ৰৰ বচনে ব্ৰহ্মা ভাৰি বহুক্ষণ।
দেবগণ সমে গৈলা শিব বিষ্ণু স্থান॥
এক স্থানে আছে বসি মাধব মহেশ।
কথোপকথন কৰি দেখিলা ত্ৰিদশ॥
প্ৰণমি অমৰগণে বেঢ়িয়া বাসল।
মহিষাসুৰৰ কথা কহিতে লাগিল॥
পুৰন্দৰ বদতি শুনিয়ো মহেশ্বৰ।
তুমি সংহৰণ কৰ্ত্তা এহি জগতৰ॥

(১) অমৰাবতী, স্বৰ্গৰ ৰাজধানী।
(২) আস্থান, সভা।

স্রজি আছে প্রজাপতি পালিছে মাধৱ।
তিনিও সবাৰ হোৱা পৰম বান্ধৱ ॥
তোমা সব স্থানে আজি এক নিবেদন।
কৰিবাক হেতু আসিয়াছে দেবগণ ॥
হে বিধাতা চক্রপাণি দেব মহেশ্বৰ।
মহিষ সহিত যুদ্ধ কৰিলো বিস্তৰ ॥
ভাগ্যদোষে পৰাজয় হৈলন্ত আমাৰ।
মহা বলৱন্ত দৈত্য পৰম ছুৰ্ব্বাৰ ॥
পৰাজি আমাক দৈত্যে স্বৰ্গে হৈলা স্বামী।
তাৰ ভয়ে পৃথিবীত ভ্ৰমিছোহোঁ আমি ॥
সূৰ্য্য অগ্নি বায়ু চন্দ্ৰ যম বৰুণৰ।
কুবেৰাদি অমৰৰ যত অধিকাৰ ॥
বলদৰ্পে নিলা কাঢ়ি ছুৰন্ত অসুৰ।
নাহি সীমা ছুৰ্গতিৰ অমৰ সবাৰ ॥
স্বৰ্গহন্তে দেৱতাক কৰিলা বাহিৰ।
অকণ্টক স্বৰ্গৰাজ্য কৰিলা অসুৰ ॥
অমৰক দিলা পূৰ্ব্বে স্বৰ্গ পুৰীখান।
স্বৰ্গ নষ্ট হৈলে থাকিবাৰ নাহি স্থান ॥
যোগ যাগ যজ্ঞ আৰু নাই পৃথিবীত।
দৈত্যভয়ে কাম্পে আতি ঋষি মুনি যত ॥

মহিষাসুৰৰ কথা কহিবোহোঁ কত।
তাৰ ভয়ে দেব যাক সততে চকিত॥ (৩)
হৈলোহো শৰণাগত চিন্তিয়ো উপায়।
যেহিৰূপে দুষ্ট দৈত্য যাৱে যমালয়॥
ত্রিদশৰ ক্লেশ বাণী শুনি মাধৱৰ।
ভৈলন্ত বদন কোপে ভ্রূকুটী কুটিল॥ (৪)
শিবৰ বাঢ়িল কোপ আৰু বিধাতাৰ।
অনন্তৰ দেবগণ ক্রোধত অস্থিৰ॥
ব্রহ্মাবিষ্ণু শিব এহি তিনি দেবতাৰ।
মহাক্রোধে মুখহন্তে বজাইলা ৰুধিৰ॥
ইন্দ্র আদি যত দেব আছিলা তথাত।
সমস্তৰে ভৈলা বাজ প্রচুৰ শোণিত॥
সবাৰো দেবৰ তেজ হৈয়া একঠাই।
জ্বলন্ত পৰ্ব্বত হেন প্রকাশ কৰই॥
দশদিশ প্রকাশয় সেই তেজোৰাশি।
চাহিব নোৱাৰে কেউ নয়ন প্রকাশি॥
দেবতাৰ তেজোৰাশি দেখন্তে স্বৰূপ।
সেহি তেজে দুর্গা আসি ভৈলা নাৰীৰূপ॥

(৩) চকিত, ভীত।

(৪) ভ্রূকুটী, বক্র।

যাৰ তেজে যেহি অঙ্গ ভৈলন্ত দুৰ্গাৰ।
তাক ব্যক্ত কৰি কহোঁ শুনা নৃপবৰ॥
শম্ভুতেজে হৈল দুৰ্গাদেবীৰ বদন
শমন শোণিত হন্তে কেশ বিতোপন॥
বিষ্ণুতেজে উতপতি হাজাৰেক কৰ।
চন্দ্ৰতেজে স্তন যুগ্ম আতি মনোহৰ॥
হৈল মধ্যদেশ দেৱৰাজৰ ৰুধিৰে।
মনোহৰ জঙ্ঘা উৰু বৰুণ তেজেৰে॥
বসুমতী তেজে হৈল নিতম্ব দেবীৰ।
চৰণ কমল দুটী ৰুধিৰে ব্ৰহ্মাৰ॥
পদৰ আঙ্গুলী যত ভাস্কৰ শোণিতে।
হাতত আঙ্গুলী হৈল বসুগণ ৰক্তে॥
যক্ষৰাজ তেজে হৈল নাসিকা দেবীৰ।
প্ৰজাপতি ৰক্তে দন্ত পংক্তি মনোহৰ॥
নয়ন ত্ৰিতয় হৈল তেজে অগনিৰ।
সন্ধ্যা তেজে ভ্ৰূযুগল পৰম সুন্দৰ॥
পবনৰ তেজে হৈল কাণ দুইখান।
অন্য দেবতাৰ তেজে অবয়ব আন॥
সমস্ত দেবৰ তেজে দেবী উতপতি।
দেখি দেবগণ পাছে ভৈলা হৃষ্ট অতি॥

অসুৰক ভগবতী কৰিব সংহাৰ।
এহি ভাবে ত্ৰিদশৰ আনন্দ অপাৰ॥
যি দেবৰ যেহি অস্ত্ৰ আছিল প্ৰশস্ত।
তান হস্তে দিলা দেবে দেবীৰ হাতত॥
নিজৰ শূলৰ দৰে এক শূল আনি।
দিলাহা দুৰ্গাৰ হাতে দেব শূলপাণি॥
নিজচক্ৰ হেন চক্ৰ কৰি উৎপাদন।
মুৰাৰি কৰিলা পাছে দুৰ্গাক অৰ্পণ॥
এহি ৰূপে দিলা শঙ্খ দেবীক বৰুণে।
অতি তীক্ষ্ণ শক্তি দিলা দেব হুতাশনে॥
দিলা বায়ু বাণ পূৰ্ণ তোন ধনু খান।
কৰিলন্ত পুৰন্দৰে বজ্ৰক প্ৰদান॥
ঐৰাবত হস্তে ঘণ্টা দিলা দেবৰাজ।
যমদণ্ড দেবী হস্তে দিলা প্ৰেতৰাজ॥
বৰুণে দিলন্ত মহাপাশ চণ্ডিকাক।
প্ৰজাপতি অক্ষমালা দিলা পিন্ধিবাক॥
ব্ৰহ্মাদেবে কমণ্ডলু অৰ্পিলা দুৰ্গাক।
দিবাকৰে লোমকূপে দিলা ৰশ্মি যাক॥
খড়্গ চৰ্ম্ম দিলা কালে দুৰ্গাৰ হাতত।
ক্ষীৰোদধি দিলা হাৰ মুকুতা মণ্ডিত॥

দিলা আৰু বস্ত্র যুগ্ম আতি মনোহৰ।
চূড়ামণি সমর্পিলা শিৰত দুর্গাৰ॥
কর্ণত কুণ্ডল যুগ কঙ্কণ হাতত।
মনোহৰ দিলা বাজু সমস্ত বাহুত॥
অর্দ্ধচন্দ্র কপালত চৰণে নুপূৰ।
কণ্ঠ মালা দিলা কণ্ঠে পৰম সুন্দৰ॥
সুবর্ণ আঙ্গঠী দিলা সবে আঙ্গুলীত।
হীৰা মৰকত মুক্তা ৰতনে খচিত॥
বিশ্বকর্ম্মা দিলা আনি নির্ম্মল পৰশু।
অভেদ্য কবচ আৰু অস্ত্র শস্ত্র বহু॥
সমুদ্রে দিলন্ত দেবী শিৰত হিয়াত।
পদ্মমালা আৰু এক কমল হাতত॥
হিমালয়ে দিলা সিংহ দেবীক বাহন।
আৰু নানা বিধ ৰত্ন কৰিলা প্রদান॥
সুৰাসহ পান পাত্র দিলন্ত কুবেৰ।
নাগৰাজে নাগহাৰ দিলা মনোহৰ॥
এহিমতে আৰু অন্য যত দেবগণ।
অস্ত্র আভৰণে কৈলা দেবীক সন্মান॥
অনন্তৰে দুর্গা দেবী অসুৰ নাশিনী।
(৫) বাৰম্বাৰ অট্টহাস কৰিলাআপুনি॥

(৫) অতি উচ্চ হাস্য।

তাৰ ঘোৰ অট্টহাসে আকাশ পূৰিল।
প্ৰতিধ্বনি উঠি তাৰ ভুবন ব্যাপিল॥
জগত ক্ষুভিত ভৈল কাম্পিল সাগৰ।
বসুমতী তলমল পৰ্ব্বত অস্থিৰ॥
দেবীৰ আণ্টাস শব্দে দৰিল জগত।
প্ৰলয মিলিল বুলি ভাবিলা সমস্ত॥
জয শব্দে দেবগণে তুষিলা দেবীক।
ভক্তিভাবে মুনিগণে স্তুতি কৰিলেক॥
ত্ৰিভুবন ক্ষুব্ধ দেখি অসুৰ সকল।
নিজ নিজ অস্ত্ৰ লৈয়া ৰণে সাজু ভৈল॥
ক্ৰোধত মহিষাসুৰ বুলিলা বচন।
কিহৰ শবদ ইটো কাম্পে ত্ৰিভুবন॥
সবে সেনা হোৱা সাজু কৰা অন্বেষণ।
মোৰ আগে কৰে নাদ আতি অসহন॥
এহি বুলি মহাসুৰে অসুৰ সহিত।
শব্দ অনুসৰি কোপে হইলা ধাবিত॥
অনন্তৰ মহাসুৰে দেখিলা দেবীক।
দেহৰ কান্তিৰে ব্যাপি আছে জগতক॥
পদভৰে বসুমতী কম্পে ঘনে ঘন।
কিৰীটে ঠেলিছে গৈয়া আকাশ পৱন॥

ধনুৰ টঙ্কাৰে ভীত পাতাল নিবাসী।
ব্যাপিলে সহস্ৰ ভুজে ভুবন মণ্ডলী॥
এহিৰূপে ঘোৰৰূপ দেখি চণ্ডিকাৰ।
মানিলা বিস্ময় মনে যতেক অসুৰ॥
আত অনন্তৰে শুনা কহোঁ নৃপবৰ।
দেবা দানবৰ ঘোৰ বাজিল সমৰ॥
অস্ত্ৰগণ গোট খাই দেবী দানবৰ।
প্ৰকাশ কৰন্ত আতি দিশ দিগন্তৰ॥
মহিষৰ সেনাপতি চিকুৰ প্ৰধান।
সৈন্য লৈযা দেবী সহ কৰন্ত সংগ্ৰাম॥
অন্য এক সেনাপতি নামত চামৰ।
চতুৰঙ্গ বল সহ কৰন্ত সমৰ॥
অসংখ্যাত ৰথ সমে উদগ্ৰ অসুৰ।
যুদ্ধ কৰিবাক হেতু ভৈলা অগ্ৰসৰ॥
কোটিৰথ সহ এক মহাহনু নামে।
যুদ্ধ কৰিবাক মনে পশিলা সংগ্ৰামে॥
পাঞ্চ কোটি ৰথ লৈয়া অসিলোমা বীৰ।
যাঠি লক্ষ ৰথ সমে বাষ্কল দুৰ্ব্বাৰ॥
পৰিবাৰ নামে দৈত্য পশিলা ৰণত।
অসংখ্যাত গজবাজী তাহাৰ লগত॥

পঞ্চবৃন্দ ৰথ লৈয়া সি মহা সংগ্ৰামে।
ভৈলা দৈত্য উপস্থিত বিড়ালাক্ষ নামে ॥
সেহি যুদ্ধে বলৱন্ত অসংখ্য অসুৰ।
হয় হস্তী ৰথ লৈয়া কৰন্ত সমৰ ॥
অসংখ্যাত গজবাজী সৈন্যৰ মাজত।
ভৈলা আসি উপস্থিত মহিষ দুৰন্ত ॥
দাবানল হেন আছে চণ্ডিকা মধ্যত।
চৌপাশে বেঢ়িয়া আছে অসংখ্যাত দৈত্য ॥
সৃষ্টি স্থিতি লয় কৰ্ত্ৰী দেবী ভগবতী।
তাঙ্ক কি কৰিব পাৰে অসুৰ দুৰ্ম্মতি ॥
পৰম পবিত্ৰ এহি চণ্ডিৰ আখ্যান।
শুনা সবে নৰগণে হুয়া একমন ॥

———o———

ভবভয় নিবাৰিণী, তুমি দেবী কাত্যাযণী,
পাদপদ্মে দিয়া মোক ঠাই ॥

———

## ছবি।

এহিৰূপে নৃপবৰ, সবে সেনা মহিষৰ,
ভৈলা আগ সংগ্ৰামে চণ্ডীৰ।
চৌপাশে চণ্ডীকবেঢ়ি, কৰন্ত সমৰ আতি,
মাৰ মাৰ শবদে অসুৰ॥
কতো দৈত্য ভিন্দিপাল, কতোবা তোমৰ শূল,
কতো হানে মূষল শকতি।
পৰশু পট্টিশ পাশ, হানে কেহোঁ তৰোৱাল,
বধ হেতু চণ্ডিকাৰ প্ৰতি॥
পাছে দেবী ভগৱতী, নিজ অস্ত্ৰ কৰি বৃষ্টি,
নিবাৰিলা অস্ত্ৰ দানবৰ।
নিবাৰি অসুৰ অস্ত্ৰ, দৈত্য দেহে নানা শস্ত্ৰ,
দৃঢ়ৰূপে কৰিলা প্ৰহাৰ॥
অস্ত্ৰাঘাতে দৈত্যযত, ভৈলা দেহ জৰ্জ্জৰিত,
পড়ি গৈলা ভূমিৰ ওপৰ।
যুদ্ধ পৰিশ্ৰম হেতু, দেবীৰ গাৱত কিন্তু,
লেশমাত্ৰ নাহিকে কাতৰ॥
চণ্ডীৰ বাহন সিংহ, মহাকোপে কৰি শব্দ,
কম্পাইয়া গ্ৰীবাৰ কেশৰ। (৬)

(৬) গ্ৰীবা, ডিঙি।

অৰণ্যত অগ্নি হেন, প্ৰবেশি দৈত্য সেনাত,
বিদাৰিলা হৃদয় দৈত্যৰ ॥
দৈত্য সমে ৰণ কৰি, চণ্ডিকা পৰমেশ্বৰী,
তেজিলা নিশ্বাস যত যত।
তান হন্তে অগণন, ভৈলা বাজ মাতৃগণ,
দেবী সমে পশিলা ৰণত ॥
দেবী পাৰিষদ গণ, পৰশু মুষল শেল,
লৈযা ভিন্দিপাল তৰোৱাল।
চণ্ডীৰ কৃপাত ৰণে, নাশন্ত অসুৰ গণে,
কৈলা ৰক্তে ধৰণী পঙ্কিল ॥
যুদ্ধৰূপ মহোৎসবে, কেহোঁ দেবী পাৰিষদে,
বজাইলা ঢাক অসংখ্যাত।
কেহোঁবা বজাৱে শঙ্খ, কৰে কেহোঁ মহাৰঙ্গ,
দিলা তাল কেহোঁ মৃদঙ্গত ॥
অনন্তৰে ভগৱতী, কুপিতা অসুৰ প্ৰতি,
খড়গশক্তি ত্ৰিশূল গদাৰে।
অনেক অসুৰ প্ৰাণ, কৰি দেবী বিনাশন,
পঠাইলা যমৰ নগৰে ॥
পাশেৰে বন্ধন কৰি, অনেক অমৰ অৰি,
ঘসাইলা চণ্ডিকা ভূমিত।

কতো অসুৰক দেবী, ঘণ্টাৰ শবদে মুহি,
ৰণস্থলে কৰিলা মূৰ্চ্ছিত ॥
তীক্ষ্ণ খড়্গ প্ৰহাৰিয়া, ভগবতী মহামায়া,
দুই খণ্ড কৰিলা অসুৰ।
গদাৰ আঘাতে কত, হুয়া দৈত্য বিমৰ্দ্দিত,
পড়ি ৰৈলা ধৰণী ওপৰ ॥
মূষল মুদ্গাৰ ঘাতে, মহিষৰ কতো দৈত্যে,
বজাইলা ৰুধিৰ মুখত।
হিয়াত দেবীৰ শূল, বিন্ধি কতো অসুৰৰ,
গৈল প্ৰাণ পড়িলা ধৰাত ॥
কতো দৈত্য সেনাপতি, সংগ্ৰামত বাণে ফুটি,
তেজিলন্ত অসাৰ জীবন।
কতোৰ ছিগিল বাহু, গ্ৰীবা ভঙ্গ হৈল কাৰো,
কাৰো হৈল মস্তক ছেদন ॥
কাৰো মধ্যদেশ খণ্ড, কাৰো ভৈল জঙ্ঘাভগ্ন,
কাৰো হৈল চৰণ খণ্ডিত।
এক চকু এক কাণ, একমাত্ৰ ভৰি থান,
বিকলাঙ্গ দৈত্য সৈন্য যত ॥
ছেদিলা দেবীয়ে শিৰ, ভূমিত পড়িল দেহ,
পুনৰপি উঠি শূন্য শিৰে।

লৈয়া নানা অস্ত্র জাত, চণ্ডিকাক প্ৰহাৰন্ত,
বাদ্যতালে নাচন্ত অসুৰে ।
অন্য মহাসুৰ গণে, চণ্ডিকাক কোপমনে,
থাক থাক বোলয় বচন ।
অসুৰৰ শুনি বাণী, দেবী দুর্গা নাৰায়ণী,
নকৰিলা একো সমিধান ।
অনেক পড়িল হাতী, ৰথ ঘোড়া কোটি কোটি,
ৰক্ত মাংসে প্লাৱিত মেদিনী ।
সৈন্যৰ শোণিতে নদী, মহাবেগে বহে আতি,
ভৈলন্ত অগম্যা ৰণ ভূমি ॥
ক্ষণিকতে ভগবতী, কৰি কোপ মহামতি,
সৈন্যগণ মহিধাসুৰৰ ।
অগণিত তৃণ চয়, পড়ি যেনে ভস্ম হয়,
সেহিৰূপে কৰিলা সংহাৰ ॥
সিবেলা দেবীৰ সিংহ, কোপে কম্পাইয়া কেশ,
মহা শব্দে কৰিলা গৰ্জ্জন ।
সি শব্দে পুৰিল দিশ, শত্ৰুগণ ভৈলা ত্ৰাস,
হৈল যেন বাজ দৈত্য প্ৰাণ ॥

(৭) দেবীৰ প্ৰমথগণে, যুজি দেব অৰিসনে,
তুষিলা দেবৰ মন আতি।
তুষ্ট হৈয়া দেব যত, আৰোহিয়া বিমানত,
আকাশত কৈলা পুষ্প বৃষ্টি॥
মহিষৰ সৈন্য বধ, এহি চণ্ডিকাৰ পদ,
ভক্তিভাবে শুনে যেই জনে।
দেবীৰ চৰণে ভক্তি, হোৱে অন্তকালে মুক্তি,
চণ্ডিদাস কীৰ্ত্তি চন্দ্ৰে ভণে॥

---

তাৰিণী কৰা নিস্তাৰ
চৰণে প্ৰণাম মোৰ॥

---

## ঝুমুৰী।

পুনশ্চ মেধস মুনি। বুলিলা ৰাজাক বাণী॥
মহিষৰ সেনাপতি। চিকুৰ প্ৰচণ্ড আতি॥
সৈন্য বহু ভৈল ক্ষয়। হৈলন্ত দেবীৰ জয়॥
দেখি কোপে দৈত্যবৰ। ধাইলা পাশে চণ্ডিকাৰ।

---

(৬) প্ৰমথ, পাৰিষদ।

মেঘে যেন বৃষ্টিধাৰে। গিৰি শৃঙ্গ ধৌত কৰে।
সেহিৰূপে শৰ বৃষ্টি। কৰিলা দেবীৰ প্ৰতি।
পাছে দেবী কোপকৰি। হাতে ধনুশৰ ধৰি।
চিকুৰৰ শৰগণ। কাটিলন্ত তেতিক্ষণ।
পুনৰপি মাৰি বাণ। লৈলা সাৰথিৰ প্ৰাণ।
ধনু ৰথ ঘোড়া কাটি। কৰিলা ধ্বজৰ ক্ষতি॥
দেহত অসংখ্য শৰ। প্ৰহাৰিলা চিকুৰৰ।
বিৰথ বিধনু হুযা। খড়্গচৰ্ম্ম হাতে লৈয়া।
চণ্ডিকাক কোপকৰি। ধাইলা অমৰ অৰি।
কেশৰীৰ মস্তকত। কৈলা তীক্ষ্ণ খড়্গাঘাত।
চণ্ডিকাৰো বাম ভুজে। প্ৰহাৰিলা অতি তেজে।
দেবীৰ ভুজত লাগি। পড়িলন্ত খড়্গ ভাগি।
খড়্গ ভঙ্গ হৈল দেখি। কোপেৰক্ত ভৈলা আখি।
তুলি লৈয়া দৈত্যশূল। দেবীক প্ৰহাৰ কৈল।
সূৰ্য্য হেন গগণত। কৰে দীপ্তি শূল পাত।
শূল খেদি আসে দেখি। ভৈলা দুৰ্গা ৰক্ত মুখী।
নিজ শূল শূল প্ৰতি। প্ৰহাৰিলা ভগৱতী।
শত খণ্ড দৈত্য শূল। কৰি পাছে দেবী শূল।
হিয়াত পড়িল তাৰ। গৈল দৈত্য যমঘৰ।
ৰণত চিকুৰাসুৰ। নিহত দেখি চামৰ।

গজত আৰোহি আসে। কোপে চণ্ডিকাৰ পাশে॥
সেহি দুটে চণ্ডিকাক। প্ৰহাৰিলা শক্তি এক॥
হুঙ্কাৰ শবদে শক্তি। কৈলা ব্যৰ্থ ভগৱতী॥
চামৰ কোপিত আতি। হৈলা দেখি ভগ্ন শক্তি॥
পুনৰপি শূল এক। প্ৰহাৰিলা চণ্ডিকাক॥
দেবী শূল পাততাৰ। শৰ হানি কৈলা দূৰ॥
পাছে সিংহ চণ্ডিকাৰ। ঝাম্প দিয়া চামৰৰ॥
গজ কুম্ভে আৰোহণ। কৰি কৰে মহাৰণ॥
সিংহ সমে দেব অৰি। বহু যুদ্ধ কৰি কৰি।
গজহন্তে পৃথিবীত। তেতিক্ষণে ভৈলা পাত॥
মৃগৰাজ ঝাম্পমাৰি। দৈত্যৰ শিৰত ধৰি॥
নখাঘাতে চামৰৰ। ক্ষণিকে ছেদিলা শিৰ॥
আসিল উদগ্ৰ নামে। এক দৈত্য সি সংগ্ৰামে॥
তাঙ্ক পাছে হৰ ৰাণী। বধিলাহা বৃক্ষহানি॥
কৰাল ত্ৰিদশ অৰি। দেখি তাঙ্ক মহেশ্বৰী॥
দণ্ড মুষ্টি তলা ঘাতে। বিনাশিলা ক্ষণিকতে॥
কুপিত চণ্ডিকা আতি। উদ্ধতক কৰি দৃষ্টি।
কৰি তাক গদাঘাত। কৈলা চূৰ্ণ সমৰত॥
ভিন্দিপালে বাস্কলক। শৰে তাম্ৰ অন্ধকক॥
ৰণত দেবতা অৰি। বিনাশিলা সুৰেশ্বৰী॥

মহাহনু উগ্র মুখ। উগ্র বীৰ্য্য অসুৰক ॥
পঠাইলন্ত যমঘৰে। দুৰ্গা দেবী ত্ৰিশূলেৰে ॥
খড়্গহানি বিড়ালৰ। পেলাইলা ভূমিত শিৰ ॥
শৰ ছোটে চণ্ডিকাৰ। দুৰ্দ্ধৰ দুৰ্ম্মুখাসুৰ ॥
ক্ষণিকতে তেজি প্ৰাণ। যমালয়ে পাইলা স্থান ॥
শুনা সভাসদ জন। পবিত্ৰ চণ্ডিকাখ্যান ॥
দুৰন্ত দানব গণ। যাৰহাতে ত্যজি প্ৰাণ ॥
দয়াময়ী ভগবতী। ভক্তগণে দয়া আতি ॥
দেবতাক দয়া কৰি। বিনাশিলা দেব অৰি ॥
পাদপদ্মে শ্ৰীদুৰ্গাৰ। কৰা সবে নমস্কাৰ ॥
পূৰ্ণ হৈব মনস্কাম। লোৱা মুখে দুৰ্গানাম ॥

———०———

চৰণৰ তলে, তোমাৰ অসুৰ,
পাইলা বাঞ্চিত ঠাই ॥

——०ঃ०——

# ডুলৰি।

এহিৰূপে বীৰ, মহিষ অসুৰে,
দেখি নিজ সৈন্য ক্ষয়।

আতি কোপমনে, মহিষৰ ৰূপে
লগাইলা দেবীক ভয়॥
প্ৰহাৰে মুখৰ, আঘাতে খুৰাৰ,
লাঙ্গল কৰি ক্ষেপণ।
দেবীৰ সৈন্যক, কৰিলা চমক,
দুৰাত্মা দৈত্য নন্দন॥
শৃঙ্গেৰে বিদাৰি, বেগেৰে কচালি,
কৰি শব্দ ভয়ঙ্কৰ।
নিস্বাস মাৰুতে, ভ্ৰমণৰ বেগে,
লগাইলা সবাৰো দৰ॥
এহিৰূপে দৈত্য, চণ্ডিকাৰ সৈন্য,
বলেৰে কৰি মস্থন।
দেবীৰ সিংহক, ধাইলা মাৰিবাক,
ভৈলা দেবী কোপ মন॥
সিটো মহাবলী, খঙ্গত উফৰি,
খুৰাৰে খানে ভূতল।
শৃঙ্গেৰে পৰ্ব্বত, ক্ষেপিল তথাত,
কৰিলা আতি গৰ্জ্জন॥
লৰৰত তাৰ, ধৰণী ফাটিল,
উঠিল পাতাল জল।

লাঙ্গল চাটিত, সমুদ্রৰ জলে,
ডুবালা ৰণৰ স্থল ॥
জোকাৰে শিঙ্গৰ, মহিষা সুৰৰ,
(১) জলদ খণ্ডিত ভৈল।
নিশ্বাস বায়ুত, অনেক পৰ্ব্বত,
সবদে খসি পৰিল ॥
এহিৰূপে কোপ, কৰি দৈত্যৰাজ,
দুৰ্গাক খেদিয়া যান্ত।
দুৰ্গা ভগৱতী, কৰি তাঙ্ক দৃষ্টি,
বধভাৱ চিন্তিলন্ত ॥
ধায় মহাবেগে, মহিষ অসুৰে,
কোপে অম্বিকাক প্ৰতি।
পাছে পাশ হানি, দৈত্যক ভবাণী,
কৰিলা বন্ধন আতি ॥
হুয়া পাশ বন্ধ, অসুৰ প্ৰচণ্ড,
তেজিল মহিষ ৰূপ।
ক্ষণিক কালতে, মায়াবী অসুৰে,
ধৰিলা কেশৰী ৰূপ ॥

(১) মেঘখণ্ড খণ্ড হল।

সিংহৰূপ ধৰি, দেবীক আবৰি,
করন্ত মহা সমৰ।
মায়াবীৰ মায়া, জানি মহামায়া,
ছেদিলা মস্তক তাৰ ॥
তেজি সিংহৰূপ, মহিষ অসুৰ,
ক্ষণিকে পুৰুষ ভৈলা।
হাতে খড়্গ ধৰি, মহা কোপ কৰি,
দুৰ্গাক বেগে ধাইলা ॥
দুৰ্গা ভগবতী, কৰি কোপ আতি,
প্ৰহাৰি নিশিত বাণ। (২)
খড়্গচৰ্ম্ম সমে, মায়াবী দৈত্যৰ,
কৰিলা শিৰ শ্চেছদন ॥
পুনশ্চ অসুৰে, মহাগজ ৰূপে,
ধাইলা বেগে দেবীক।
করন্ত গৰ্জ্জন, বহু আস্ফালন,
আক্ৰমে শুণ্ডে সিংহক ॥
আকৃষ্ট সিংহক, দেখি দানৱক,
কৰি কোপ ভগৱতী।

(২) নিশিত বাণ, তীক্ষ্ণবাণ।

খড়্গ হানি তাৰ, ছেদিলাহা কৰ, (৩)
পড়িল শবদে হাতী ॥
হস্তী ৰূপ তেজি, পাছে দৈত্যপতি,
পুনশ্চ মহিষ ভৈল।
জগত ক্ষুভিত, কৰি পূৰ্ব্বৱত,
দুৰ্গাক প্ৰতি ধাইল ॥
জগত জননী, চণ্ডিকা গোসানী,
পাছে আতি কোপ কৰি।
উত্তম মদিৰা, পুনঃ পুনঃ পীলা,
হাসিলা পৰমেশ্বৰী ॥
বলত উদ্ধত, মহিষ দুৰন্ত,
কৰন্ত ঘোৰ গৰ্জ্জন।
দুগোটা শিঙ্গেৰে, চণ্ডিকাক প্ৰতি,
পৰ্ব্বত কৰে ক্ষেপণ ॥
দেবী ভগৱতী, কৰি শৰ বৃষ্টি,
ক্ষেপিত পৰ্ব্বত তাৰ।
ক্ষণিকে চূৰ্ণিত, কৰি বুলিলন্ত,
বচন আতি নিষ্ঠুৰ ॥

(৩) কৰ, হাতীৰ শুঁড়।

মূৰ্খ দৈত্যাধম, কৰ অবধান,
সঙ্কট জীবন তোৰ।
যাগ যজ্ঞ নাশি, দেবতাক হিংসি,
পড়িলি হাতত মোৰ ॥
মই যতক্ষণ, কৰো মধু পান,
তাবত কৰ গৰ্জন।
তোৰ বধ হৈলে, দেবতা সকলে,
কৰিব বহু তৰ্জন ॥
চণ্ডিকা গোসানী, মহিষক বাণী,
এহিৰূপে ব্যক্ত কৰি।
সিংহ পৃষ্ঠ হন্তে, মহিষৰ স্কন্ধে,
দিলা ঝাম্প মহেশ্বৰী ॥
দেবী বাম পদ, মহিষ স্কন্ধত,
থাপিলা জগত ভৰে।
হিয়াত ত্ৰিশূল, কৰিলা প্ৰহাৰ,
দৈত্য আটি মুটি কৰে ॥
চৰণৰ ভৰে, মহিষ অসুৰে,
কৰিলা মুখ ব্যাদান।
অৰ্দ্ধেক পুৰুষ, মুখ হন্তে তান,
ভৈলা বাজ তেতিক্ষণ ॥

ক্ষণিকতে দেবী, নিজ পৰাক্রমে,
কধিলা শকতি তাৰ।
দুৰন্ত অসুৰে, তথাপি সমৰে,
কৰন্ত ইচ্ছা অপাৰ ॥
পাছে ভগৱতী, দেবৰ শকতি,
অমৰক কৰি দয়া।
তুলি মহাখড়্গ, দৈত্যৰ মস্তক,
ছেদিলাহা মহামায়া ॥
কৰে হাঁহাঁকাৰ, সেনা মহিষৰ,
দেখিয়া তাৰ মৰণ।
কৰে পলায়ণ, হানি শৰগণ,
কৰিলা দেবী ঘাতন ॥
নিহত মহিষ, ভৈল দৈত্যধ্বংশ,
আনন্দিত দেব সব।
মহৰ্ষি সহিত, ইন্দ্রাদি ত্রিদশ,
দুৰ্গাক কৰিলা স্তব ॥
গন্ধৰ্ব্বে গাইলা, অপ্সৰা নাচিলা,
বজালা বিবিধ বাদ্য।
কুসুম চন্দনে, সবে দেবগণে,
পূজিলা দুৰ্গাৰ পদ ॥

শুনা সভাসদ, চণ্ডিকাৰ পদ,
মহিষ অসুৰ বধ।
ইহাক শ্ৰবণ, কৰিলে কীৰ্ত্তন,
লভিবা সৰ্ব্ব সম্পদ ॥

—০ঃ০—

সৰ্ব্বদেব দেবী ৰূপা তুমি ভগৱতী।
তোমাবিনা মানবৰ নাই আন গতি ॥

—০—

## পদ।

মেধস বদতি শুনা সুৰথ নৃপতি ;
মহিষাসুৰক বধিলন্ত ভগৱতী।
আৰু তাৰ যত সেনা আছিলা তথাত
সমস্ত হইলা হত দেবীৰ কৃপাত ॥
অনন্তৰে ইন্দ্ৰ আদি যত দেবগণে ;
দেবীক কৰিলা স্তৱ পুলকিত মনে।
নত ভাবে জানুপাৰি হুয়া কৃতাঞ্জলি ,
ভক্তিভাবে দেবগণে আৰম্ভিলা স্তুতি ॥
হে দেবি পৰমেশ্বৰী অখিল জগত ;
ব্যাপি আছা তুমি নিজ শক্তিৰ বলত।

সমস্ত দেবৰ শক্তি তোমাতে বিলীন ;
দেব ঋষিগণে পূজে তোমাৰ চৰণ ॥
কৰিলো প্ৰণাম আমি ভক্তিৰে তোমাক ॥
তযু কৃপাবলে শুভ আমাৰ হউক ॥
অতুল প্ৰভাব যাৰ বল অসংখ্যাত ;
বিধি বিষ্ণু হৰ কৈতে নুহিকে শকত ॥
সেহি চণ্ডিকাৰ মতি ভুবন পালনে ;
হউক সতত যেন অসুৰ নাশনে।
লক্ষ্মীৰূপে সুকৃতীৰ গৃহত বসতি ;
অলক্ষ্মী ৰূপেৰে যাৰ পাপিষ্ঠত স্থিতি ॥
বুদ্ধি ৰূপে সুবুদ্ধিৰ বাস হৃদয়ত ;
শ্ৰদ্ধাৰূপে থাকে সেই সাধুৰ লগত।
কুলীন জনৰ লজ্জা তুমি ভগৱতী ;
প্ৰণামোহো তব পাৱে ৰাখা এহি স্মৃষ্টি ॥
অচিন্ত্য তোমাৰ ৰূপ বীৰ্য্য ভগৱতি ;
কিৰূপে বৰ্ণাবো আমি নাহিকে শকতি।
ৰণত তোমাৰ দেবী যতেক চৰিত ;
দেখি দেবাসুৰে হৈল অতি আচৰিত ॥
ত্ৰিগুণ ধাৰিণী তুমি জগত কাৰণ ;
(১) ছয়ৰিপু দোষে নাহি কৰোহোঁ দৰ্শন।

(১) ছয়ৰিপু, লোভ, মোহ, কাম, ক্ৰোধ, মদ, মৎসৰ।

নজানয় হৰি হৰ তোমাক বিধাতা ;
পৰমা প্ৰকৃতি তুমি জগতৰে মাতা ॥
আধাৰ স্বৰূপা তুমি সবে জগতৰ ;
চৰাচৰ এহি বিশ্ব অংশ যে তোমাৰ।
যজ্ঞে আৰু পিতৃশ্ৰাদ্ধে এহিসে কাৰণে ;
স্বাহা স্বধা উচ্চাৰণ কৰে বিপ্ৰগণে।
জিতেন্দ্ৰিয় মুনিগণে মোক্ষ বাঞ্ছা কৰি ;
শুদ্ধমনে কৰে চিন্তা তোমাক আদৰি ॥
চিন্তামণি তুমি দেবী মুক্তিৰ কাৰণ ;
(২) মুমুক্ষুৰ তুমি দুৰ্গা হোৱা ব্ৰহ্মজ্ঞান।
শব্দ ৰূপা তুমি দেবী বেদৰ আধাৰ ,
ঋক যজু সামৰূপে কৰিছা প্ৰচাৰ ॥
কৃষি বাণিজ্যাদি ৰূপে জগত পালন ;
কৰি দৰিদ্ৰৰ দুঃখ কৰাহা মোচণ।
সৰ্ব্বশাস্ত্ৰ সাৰ তুমি তব ধৈৰ্য্যমতি ;
দুৰ্গম স্থানত দুৰ্গা নাম মাত্ৰ গতি ॥
সংসাৰ সাগৰে দেবী তুমিসে তৰণী ;
তোমাৰ প্ৰসাদে ত্ৰাণ পাৱে সৰ্ব্ব প্ৰাণী।

(২) মুমুক্ষু, মুক্তিৰ ইচ্ছুক

লক্ষ্মী ৰূপে থাকা তুমি হৃদয়ে বিষ্ণুৰ ;
গৌৰী ৰূপে শঙ্কৰক কৰিছা আদৰ॥
তপত সূবৰ্ণ হেন ইষত হসিত ;
তযু মুখ পদ্ম পূৰ্ণচন্দ্ৰ বিনিন্দিত।
ইহেন তোমাৰ মুখ আতি চমৎকাৰ ;
দেখিয়ো ক্ৰোধান্ধ সেহি মহিষঅসুৰ॥
সহসা কৰিলা তযু প্ৰহাৰ অঙ্গত ;
দেখি ইটো কথা আমি ভৈলো আচৰিত।
ভ্ৰূকুটি ভীষন মুখ কোপত তোমাৰ ;
দেখিয়ো যে তেতিক্ষণে মহিষ পামৰ।
নকৰিলা প্ৰাণ ত্যাগ অতি আচৰিত ,
দেখিলে কুপিত যম নাথাকে জীবিত॥
জগতৰ শুভ হেতু উদ্ভব তোমাৰ ;
কোপ যুক্তা হৈলে তুমি বিনাশ সবাৰ।
প্ৰমাণ ইহাৰ আমি পাইলো সাক্ষাত ;
বিপুল মহিষ সৈন্য কৰিলা নিপাত॥
সুপ্ৰসন্না হুয়া দেবী আমাসাক প্ৰতি ;
ভয়ঙ্কৰ দানৱক বধিলা অম্প্ৰতি।
দেশৰ মধ্যত সেহি জন মান্যৱন্ত ;
ধাৰ্ম্মিক যশস্বী আৰু সেহি ধনৱন্ত॥

ধন্যতাৰ পুত্ৰ ভাৰ্য্যা দাস দাসী কন্যা ;
বাঞ্চিত ফলদা তুমি যাহাতে প্ৰসন্না।
তোমাৰ কৃপাত দেবি পুন্যঅন্ত জনে ;
সৰ্ব্ব ধৰ্ম্ম কৃত্য সদা কৰে তুষ্ট মনে ॥
সেহি ফলে হোৱে তাৰ স্বৰ্গত বসতি ;
তিনিও লোকত তুমি হোৱা ফল দাত্ৰী।
কৰ্ম্মে কৰ্ম্মফল দিয়ে স্বৰূপে অসত্য ;
তুমি কৰ্ম্ম ৰূপা কৰ্ম্ম ফল দিয়া সত্য ॥
স্মৰে তোমাক যদি সঙ্কট কালত ;
তাৰ ভয় নিবাৰণ কৰাহা নিতান্ত।
ভয়হীন নৰে যদি কৰয় স্মৰণ ;
তাক তুমি তত্ব জ্ঞান কৰাহা প্ৰদাণ ॥
দৰিদ্ৰৰ ক্লেশ নাশা ভয়াৰ্ত্তৰ ভীতি ;
সদা স্নেহ চিন্তা তুমি প্ৰাণী গণ প্ৰতি।
এহি দুষ্ট দৈত্য যত হইলে নিহত ,
জগতৰ সুখ শান্তি ভাবিলা মনত ॥
কিন্তু দুৰাচাৰ পাপী যতেক অসুৰ ;
নৰকে সবাৰ গতি বিদিত তোমাৰ।
ৰণে হত হুয়া সবে যাউক স্বৰ্গত ;
হেন ভাবি দৈত্য কুল কৰিলা নিপাত ॥

দৃষ্টি মাত্রে ভগৱতি যতেক অসুৰ ;
কৰিব যে পাৰে ভস্ম বিদিত আমাৰ।
তথাপি নকৰি তাঙ্ক প্ৰহাৰিলে শৰ ;
শৰাঘাতে পাপ নষ্ট ভৈলন্ত দৈত্যৰ ॥
পাপ তনু তেজি সবে পাশিলা স্বৰ্গত ,
মহা অনুগ্ৰহ তব দুৰন্ত শত্ৰুত।
তযুদীপ্তি মান খড়্গ নিশিত ত্ৰিশূল ;
দেখিয়ো নভৈল নষ্ট নয়ন দৈত্যৰ ॥
ৰশ্মি মান চন্দ্ৰ হেন তব সুধানন ,
প্ৰত্যক্ষে কৰিলা দৃষ্টি যত দৈত্যগণ।
দুষ্টক দমন কৰা স্বভাব তোমাৰ ;
তযু ৰূপ নোহে তুল্য লগত অন্যৰ ॥
নোৱাৰো বৰ্ণাব বল দেবগণ এন্ত ;
তাদৃশ দৈত্যকো তুমি কৰিলা বিনষ্ট।
বৈৰিকো কৰিলা দয়া বিনাশি ৰণত ;
অচিন্ত্য মহিমা তব অতি আচৰিত ॥
কিহেৰে উপমা হৈব বিক্ৰম তোমাৰ ;
ক্ষণি কতে সংহৰিলা যতেক অসুৰ।
মনোহৰ ৰূপ তযু কিন্তু ভয়ঙ্কৰ ;
কতো দৈত্যে ৰূপ দেখি ত্যজিলা শৰীৰ ॥

যুদ্ধত নিষ্ঠুৰ ভাব কৃপাঅন্তৰত ;
ত্রিভুবন মাজে নাই দেখিলো তোমাতে।
দেৱৰ পৰম অৰি মহিষা সুৰক ;
বিনাশি কৰিলা ৰক্ষা দেবি জগতক ॥
শত্রুকো কৰিলা দয়া বধি সমৰত ;
অনায়াসে দৈত্যগণ পশিলা স্বৰ্গত।
আমাকো উন্মত্ত দৈত্য ভয়হন্তে ত্রাণ ;
কৰিলা চৰণে তবু কৰোঁহো প্রণাম ॥
শূলেৰে ৰাখিবা দেবি আমাক সততে ;
ৰাখিবা অম্বিকা দেবি খড়্গেৰে সঙ্কটে।
ঘণ্টা ধনুগুণ শব্দে আমাক সৰ্ব্বদা ;
ৰাখিবা পৰমেশ্বৰি তুমি অভয়দা ॥
ত্রিশূল ঘূৰাই দেবি আমাক পুৱত ;
ৰাখা পশ্চিমত আৰু কুবেৰ যাম্যত। (৩)
তিনিয়ো লোকত দেবি যত সৌম্যৰূপ ;
আৰু যত ঘোৰ ৰূপ আছয় তোমাৰ ॥
সেহি সেহি ৰূপে মাৰ এহি পৃথিবীক ;
ৰক্ষা কৰা জগদ্ধাত্রি আৰু দেৱতাক।

(৩) কুবেৰ যাম্য, উত্তৰ দক্ষিন।

খড়্গ শূল গদা আদি অস্ত্র সমবলে ;
কৰিয়ো আমাক ৰক্ষা দেবি সৰ্ব্বকালে।
দেবীৰ অচিন্ত্য ৰূপ অপাৰ মহিমা ;
ব্ৰহ্মা বিষ্ণু মহেশ্বৰে নপাৱয় সীমা।
কৃপাময়ী ভগৱতী বাঞ্ছা ফলদাত্ৰী ;
সৰ্ব্ব দুঃখ নিবাৰিণী অগতিৰ গতি।
সংসাৰৰ মোহ পাশ ছেদিবাক মনে ;
হইলো শৰণা গত দেৱীৰ চৰণে॥

---

ঘোৰ সংসাৰ, দেখি লাগে দৰ,
মোক দেবি কৰা ত্ৰাণ॥

—:※:—

## তুলড়ি।

মেধস বদতি, এহি ৰূপে স্তুতি,
কৰিলা অমৰ গণে।
নন্দন বনৰ, আনি পুষ্পচয়,
অৰ্পিলা দেবী চৰণে॥
মলয চন্দন, অঙ্গত লেপন,
কৰি দিব্য ধুপ দান।

সমস্ত ত্ৰিদশে, আতি ভক্তিভাৱে,
দুৰ্গাক কৈলা প্ৰণাম ॥
স্তুতি নতি ভক্তি, দেখি ভগৱতী,
ইন্দ্ৰ আদি দেৱতাৰ ।
হৈয়া সুপ্ৰসন্না, বুলিলা অম্বিকা,
বচন আতি মধুৰ ॥
স্তুতিত সন্তোষ, সবে দেৱতাৰ,
ভৈলো মই দেৱগণ ।
মাগা সবে বৰ, ইচ্ছা যেহি যাৰ,
কৰোহোঁ ইচ্ছা পূৰণ ॥
দেবীৰ বচন, শুনি দেৱগণ,
পৰম হৰিষ মনে ।
কৰি কৰযোড়, বুলিলা বচন,
প্ৰণমি দেবী চৰণে ॥
দেবী ভগৱতী, আমাৰ অৰাতি,
দুৰন্ত মহিষা সুৰ ।
বিনাশি তাহাক, ৰাখিলা আমাক,
আৰু কিবা আছে বৰ ॥

(৪) অৰাতি শক্ৰু ।

দেবি মহেশ্বৰি, যদি দয়া কৰি,
দিবাহা আমাক বৰ।
স্মৰিলে যেন, ৰিপদ কালত,
কৰিবা ৰক্ষা আমাৰ॥
যদি কোনো নৰে, আমাৰ স্তুতিৰে,
তোমাক কৰে স্তবন।
তাৰ ধন জন, ভাৰ্য্যাপুত্ৰ গণ,
সম্পদ হৌক বৰ্দ্ধন॥
এহি মাত্ৰ বৰ, সমীপে তোমাৰ,
প্ৰাৰ্থনা দেবি আমাৰ।
কৰা অনুগ্ৰহ, জগতৰ মাৱ,
প্ৰণাম পাৱে তোমাৰ॥
দেৱতা সকলে, জগত হিতাৰ্থ,
দেবীক কৰিলা তুষ্ট।
কৰি আতি দয়া, তথাস্তু" বুলিয়া, (৫)
ভৈলা দেবী অন্তৰ্হিত॥
তেজে দেৱতাৰ, উৎপত্তি দেবীৰ,
ত্ৰৈলোক্যৰ ভাবিহিত।

(৫) তথাস্তু, সেহ্নে হউক।

নৃপতি তোমাৰ, আগত প্ৰচাৰ,
কৰিলো কথা সমস্ত ।
গৌৰ দেহ ধৰি, জগত ঈশ্বৰী,
পুনশ্চ অসুৰ নাশ ।
কৰিলা যিৰূপে, ত্ৰৈলোক্য ৰক্ষাৰ্থ,
তোমাত কৰো প্ৰকাশ ॥
দেবী দয়াময়ী, দানৱ নাশিনী,
দেৱতাৰ হিতৈষিণী ।
দুৰন্ত দানৱ, কৰিলা নিহত,
নমো নমো নাৰায়ণি ॥
শুনা সবে নৰ, মহিষা সুৰৰ,
বধে ইটো দেৱস্তুতি ।
ৰোগ শোক তাপ, দূৰ হয় পাপ,
অন্তে দুৰ্গা পদে গতি ॥
অসাৰ সংসাৰ, শোক মাত্ৰ সাৰ,
জানাহা সমস্ত জনে ।
ত্যজি আন কাম, সবে দুৰ্গা নাম,
লোৱা কীৰ্ত্তি চন্দ্ৰে ভনে ॥



ৰাখা ৰাখা মহা দেবি ইঘোৰ সঙ্কটে।
জগতৰ মূল তুমি আশ্রয় তোমাতে॥

—o—

## পদ।

মেধস বোলন্ত শুনা ৰাজা মহামতি।
পুনশ্চ দেবীৰ কথা কহিবো সম্প্ৰতি॥
পূৰ্ব্বে ত্ৰেতা যুগে শুম্ভ নিশুম্ভ নামত।
মহা বলৱন্ত দৈত্য আছিল দুগোট॥
আছিল জগতে যত দানৱ অসুৰ।
সমস্তৰে অধি পতি শুম্ভ মহাসুৰ॥
নিশুম্ভ তাহান ভাতৃ প্ৰচণ্ড বিক্ৰম।
যুবৰাজ ভৈল সেহি পৰম দুৰ্জন॥
চণ্ড মুণ্ড ৰক্ত বীজ আদি দৈত্যগণ।
সেনা পতি হৈলা সবে পৰম দাৰুণ॥
দৈত্য সেনা সমে শুম্ভ নিশুম্ভ দানৱ।
পৃথিবীৰ যত ৰাজা কৈলা পৰাভৱ॥
মদ গৰ্ব্বে বাহু বলে পৰাজি ইন্দ্ৰক।
স্বৰ্গ কাঢ়ি লৈলা আৰু লৈলা জজ্ঞভাগ॥
চন্দ্ৰ সূৰ্য্য বায়ু অগ্নি কুবেৰ যমৰ।
আৰু বৰুণৰ কৰ্ম্ম কৰিলা পহাৰ॥

দেৱৰ সৰ্ব্বস্ব হৰি ঘোৰ দৈত্য দুই ।
পৃথিবীত ত্ৰৈলোক্যৰ ৰাজত্ব কৰই ।
অনন্তৰে পৰা জিত যতেক অমৰ ।
স্বৰ্গ ভ্ৰষ্ট হুয়া কৰে উপাসা দুৰ্গাৰ ।
পূৰ্ব্বে দুৰ্গা মাৰে কৰি আছে অঙ্গিকাৰ ।
বিপদত ত্ৰিদশক কৰিব উদ্ধাৰ ।
এহিসে বিপদ কাল আমাৰ নিশ্চয় ।
এতেকে স্মৰণ কৰা দেবীক যুৱাই ।
এহি ৰূপে দেৱ গণে কৰি আলোচন ।
হিমালয় প্ৰতি সবে কৰিলা গমন ।
মন্দাকিনী তীৰে বসি দেৱতা যতেক ।
শুদ্ধ ভাৱে কৈলা স্তুতি দেবী অম্বিকাক ।

——o——

## ছবি ।

দেবগণ নিগদতি, নমো নমো ভগৱতি,
তুমি দেবি মঙ্গল কাৰিণী ।
ইন্দ্ৰিয়ৰ অধিষ্ঠাত্ৰী, তুমি দেবী সৃষ্টিকৰ্ত্তি.
তুমি স্থিতি পালন কাৰিণী ।

তুমি চন্দ্র তুমি সূর্য্য, তুমি অগ্নির ঐশ্বর্য্য,
তুমি দেবী জগত প্রকৃতি।
সনাতনা ভয়ঙ্করী, জ্যোৎস্না ৰূপা তুমি গৌৰী,
নমো দেবী জগত ধৃবিত্রী॥
সুখৰূপা বুদ্ধিৰূপা, মহেশ্বৰী লক্ষীৰূপা,
তুমি দেবী সমস্ত ৰাজাৰ।
অলক্ষী সিদ্ধি স্বৰূপা, তুমি দেবী দুৰবোধা,
চিন্তাতীতা প্ৰাকৃত জনৰ॥
প্ৰণতক ত্ৰাণ কৰ্ত্ৰী, তুমি সৰ্ব্বজন মাতৃ,
শ্ৰেষ্ঠদ্ৰব্য প্ৰতিষ্ঠা ৰূপিণী।
কৃষ্ণা আৰু ধূম্ৰবৰ্ণা, অতি সৌম্যা অতি ৰৌদ্ৰা,
তুমি দেবী জগত পালিনী॥
নমোদেব মূৰ্ত্তিৰূপা, নমো দেবী ক্ৰিয়াৰূপা,
পুনঃ পুনঃ নমোহো তোমাক।
যেই দেবী সৰ্ব্বভূতে, আছে মহামায়া ৰূপে,
নমো নমো পুনঃ নমো তাক॥
দেবী যেই সমস্তৰ, প্ৰাণীৰ চেতনা ৰূপ,
নমো নমো পুনশ্চ তাহাক।
যেই দেবী সৰ্ব্বভূতে, বুদ্ধি নিদ্ৰা ৰূপে আছে,
নমো নমো পুনৰপি তাক॥

ক্ষুধা তৃষ্ণা ছায়াঁ ক্ষান্তি, শক্তি জাতি লজ্জা শান্তি,
ৰূপে যেই আছয় প্ৰাণীত।
সি দেবীক প্ৰণিপাত, কৰো আমি অসংখ্যাত,
হৌক সিদ্ধি আমাৰ অভীষ্ট॥
যেই দেবী সৰ্ব্বভূতে, শ্ৰদ্ধাকান্তি লক্ষ্মী ৰূপে,
আৰু বৃত্তি ৰূপে অবস্থিতি।
সি দেবীক নমস্কাৰ, কৰো আমি বাৰম্বাৰ,
বাঞ্চা সিদ্ধি হউক সম্প্ৰতি॥
স্মৃতি দয়া তুষ্টি ৰূপে, আছে যেই সৰ্ব্বভূতে,
আৰু মাতৃৰূপে অবস্থিতি।
সি দেবীক প্ৰণিপাত, কৰো আমি শত শত,
পুনৰপি অসংখ্য প্ৰণতি॥
সমস্ত প্ৰাণীৰ দেহে, যেই দেবী ভ্ৰান্তি ৰূপে,
কৰিছে বিৰাজ নিৰন্তৰ।
ভ্ৰান্তিৰূপা জননীক, কৰো পুনঃ প্ৰণিপাত,
বাঞ্চা সিদ্ধি কৰোক আমাৰ॥
দশেন্দ্ৰিয় পঞ্চভূত, যি দেবীৰ বশীভূত,
যেই দেবী চিত্তৰ ঈশ্বৰী।
কৰো আমি নমস্কাৰ, দণ্ডৱতে পুনৰ্ব্বাৰ,
কাৰ্য্যসিদ্ধি কৰা মহেশ্বৰি॥

অখিল জগত ব্যাপি, জীব ৰূপে যেই দেবী,
প্ৰকাশিছে সমস্ত প্ৰাণীত।
সিদেবীক নমস্কাৰ, কৰো আমি বাৰম্বাৰ,
দেবী ময় সকল জগত্॥
কৰিলন্ত যাক স্তুতি, পূৰ্ব্বে দেৱগণে আতি,
প্ৰত্যহ পূজিছে পুৰন্দৰে।
আমি দৈত্য ভয়ে ভীত, হুয়া ভক্তি অৱনত,
কৰিছোহোঁ যাক নমস্কাৰ॥
স্মৰণ মাত্ৰকে যাৰ, সমস্ত বিপদ দুৰ,
হুয়া লোকে পাৱে শুভ ফল।
সেহি তুমি শুভ দাত্ৰী, ঈশ্বৰী আপদহন্ত্ৰী,
কৰাহা আমাৰ সুমঙ্গল॥
দেবগণ কৃতস্তব, পৰম পবিত্ৰ শুভ,
এক মনে যদি শুনে নৰে।
বাঢ়য় ঐশ্বৰ্য্য তাৰ, হোৱে শত্ৰু পৰাজয়,
অন্তে স্থান কৈলাস নগৰে।

কোমল হৃদয় দুৰ্গা কৃপাৰ সাগৰী,
অমৰক দিলা দেখা বচনে মধুৰী।

——:০:——

## পদ।

মেধস বদতি নৃপ এহিৰূপে স্তুতি।
কৰিলন্ত দেবগণে হৈয়া একমতি॥
নাৰী বেশে সিসময়ে দুৰ্গা ভগৱতী।
গঙ্গা স্নান ছলে আসি ভৈলা উপস্থিতি॥
জিজ্ঞাসিলা দুৰ্গা দেবী দেৱতা সবক।
বসি তোমা সবে স্তুতি কৰিছাহাঁ কাক॥
তেতিক্ষণে দুৰ্গা দেহ হন্তে বাজ হুয়া।
বুলিলন্ত একশক্তি ঈষত হাসিয়া॥
শুম্ভ নিশুম্ভৰ ৰণে হুয়া পৰাজিত।
কৰন্ত আমাৰ স্তৱ দেৱতা সমস্ত॥
যেই দেবী দেহ কোষ হন্তে পাৰ্ব্বতীৰ।
উপজিলা হৈলা নাম কৌশিকী তাহাৰ॥
কৌশিকী উদ্ভৱ মাত্ৰ দুৰ্গা ভগৱতী।
কৃষ্ণ বৰ্ণা হৈলা হিমালয়ে কৈলাস্থিতি॥
কোষে উতপতি হেতু কৌশিকী বিখ্যাত।
কৃষ্ণ বৰ্ণা হেতু কালী জগতে বিদিত॥

মনোহৰ ৰূপে হিমালয়ত অম্বিকা।
আছে জগতক মুহি সহিত কালিকা॥
চণ্ড মুণ্ড নামে শুম্ভ নিশুম্ভৰ দূত।
দেখিলন্ত একদিন দেবীক তথাত॥
দুই দূতে দেখি পাছে শুম্ভৰ আগত।
নিবেদিলা কৰযোড়ে সমজ্যা মাজত॥
মহাৰাজ অবধান কৰোক সম্প্ৰতি।
দেখিলোহোঁ হিমাচলে নাৰী ৰূপৱতী॥
প্ৰকাশিছে হিমালয় সৌন্দৰ্য্যে তাহাৰ।
তেনে ৰূপৱতী নাই জগত ভিতৰ॥
এনে মনোহৰ ৰূপ নয়ন গোচৰ।
কোন জনে কৰানাই জানিবা নিশ্চয়॥
জানিবাক লাগে এহি কোন ৰূপৱতী।
কৰিবেযো গ্ৰহণ তাঙ্ক ত্ৰিভুবন পতি॥
দশদিশ প্ৰকাশন্ত দেহৰ জেউতি।
সুকোমল অঙ্গ তাৰ মনোহৰ আতি॥
হিমালয়ে আছে বসি মধুৰ হাসিনী।
উচিত দৰ্শন তব ভুবন মোহিনী॥
ত্ৰিভুবনে আছে যত হীৰা মৰকত।
মানিক্য গোমেদ আৰু গজ বাজী যত॥

সমস্ত ৰতণে তব শোভিছে আলয়।
বিভূতিৰ দৈত্যেশ্বৰ সীমা সংখ্যা নায় ॥
পুৰন্দৰ হস্তে গজ ৰত্ন ঐৰাৱত।
(১) উচ্চৈঃশ্রবা তুৰঙ্গম বৃক্ষ পাৰিজাত ॥
লভিলা ত্ৰিতয় ৰত্ন বাহুৰ বলত।
তোমাৰ সমান কোন আছে জগতত ॥
হংস যুক্ত বিধাতাৰ বিচিত্ৰ বিমান।
(২) আনি চত্বৰত তুমি কৰিলা স্থাপন ॥
মহা পদ্ম নামে নিধি জিনি কুবেৰক।
আনিলাহা মহাৰাজ কিকহিবো তাক ॥
অম্লান পঙ্কজ মালা তোমাক সাগৰে।
কিঞ্জল্কিনি নাম তাৰ দিলন্ত আদৰে ॥
কৰে যেই স্বৰ্ণ বৃষ্টি ছত্ৰ বিতোপন।
বৰুণক জিনি তুমি কৰিলা গ্ৰহণ ॥
এহিৰথবৰ পূৰ্ব্বে আছিল বিধিৰ। (৩)
দেখা তয়ু গৃহে শোভে বিক্ৰমে তোমাৰ ॥

(১) তুৰঙ্গম, ঘোড়া।
(২) চত্বৰ, চোটাল।
(৩) বিধিৰ, প্ৰজাপতিৰ।

উৎক্রান্তিদা নামে শক্তি যমৰ পূৰ্ব্বত ।
তান হন্তে গৃহে তয়ু কৰিছে দীপিত ॥
নিশুম্ভৰ হাতে আজি পাশ বৰুণৰ ।
শোভিছে যতেক ৰত্ন আৰু সমূদ্ৰৰ ॥
অনলেও মহাৰাজ অদাহ্য বসন ।
যুগল তোমাক দিয়া কৰিলা সন্মান ॥
এহি ৰূপে দৈত্যেশ্বৰ বিবিধ ৰতন ।
অখিল জগত হন্তে কৰিলা হৰণ ॥
ৰূপৱতী সেহিনাৰী ৰমণী ৰতন ।
কিকাৰণে তাক ৰাজা নকৰা গ্ৰহণ ॥
চণ্ড মুণ্ড মুখে বাণী শুনি দৈত্যেশ্বৰ ।
দূতে ৰূপে সুগ্ৰীবক সমীপে দেবীৰ ॥
পঠাইলা ৰূপে মুগ্ধ হুয়া অম্বিকাৰ ।
নজানিলা মুখে সুধা গৰল অন্তৰ ॥
তাত গৈয়া মৃদুভাষে বচন আমাৰ ।
জনাবা দেবীক যেন কৰে অঙ্গিকাৰ ॥
যি ৰূপে সম্প্ৰীতে মোক কৰয় বৰণ ।
অম্বিকা কৰিবা তুমি তাহাৰ যতন ॥
দৈত্যেন্দ্ৰৰ শুনি বাণী সুগ্ৰীব অসুৰ ।
হিমালয় প্ৰতি পাছে ভৈলা অগ্ৰসৰ ॥

মনোহৰ গিৰিশৃঙ্গে দেৱী মহেশ্বৰী।
দেখিলন্ত বসি আছে পৰমা সুন্দৰী॥
দেৱীৰ সমীপ চাপি দূত দৈত্যেন্দ্ৰৰ।
বুলিলা দেৱীক বাণী ললিত মধুৰ॥
দেবি দৈত্যেশ্বৰ শুম্ভ জগত ঈশ্বৰ।
পঠাইলাহা মোক সেহি সমীপে তোমাৰ॥
অখণ্ডিত আজ্ঞা যাৰ অখিল স্বৰ্গত।
জিনিলে যতেক দেৱ যেই সমৰত॥
মহা পৰাক্ৰমী শুম্ভ ত্ৰিভুবন পতি।
যি কাৰণে পঠাইলা শুনিয়ো সম্প্ৰাতি॥
এহি মোৰ ত্ৰিভূৱণ আৰু দেৱগণ।
বশবৰ্ত্তি যজ্ঞভাগ কৰোহোঁ গ্ৰহণ॥
আছয় যতেক শ্ৰেষ্ঠ ৰত্ন ত্ৰৈলোক্যত।
ঐৰাৱত অদি কৰি মোৰ বশীভূত॥
উচ্চৈঃশ্ৰৱা নামে ঘোড়া ইন্দ্ৰৰ বাহন।
দেৱগণে আনি মোক কৰিলা অৰ্পণ॥
দেৱলোকে নাগলোকে গন্ধৰ্ব্ব পুৰীত।
আছয় যতেক মহা মূল্য দিব্য ৰত্ন॥
সমস্ত ৰতনে মোৰ শোভিছে ভৱন।
নাহিকে ৰতন ক্ৰুটি আমাৰ সদন॥

তুমি নাৰী ৰত্ন বুলি জগতে প্ৰখ্যাত।
শুনি মোৰ হৈল চিত্ত তোমাতে আশক্ত॥
অসিযো স্নুন্দৰি গৃহে মোক কৃপা কৰি।
সমস্ত ৰতনে আমি আছো অধিকাৰী॥
ৰতন স্বৰূপা তুমি খঞ্জন নয়নি।
যুগুত তোমাৰ হোৱা মোৰ পাটৰাণী॥
নতুবা অণুজ মোৰ মহাপৰাক্ৰমী।
নিশুম্ভক ভজি হোৱা পৰম স্নুখিনী॥
পৰম সম্পদ মোক ভজিলে তোমাৰ।
হৈবন্ত স্নমুখি তুমি কৰাহা স্বীকাৰ॥
যাৰহন্তে চৰাচৰ স্থাবৰ জঙ্গম।
উতপতি কৰে তাক দৈত্যে প্ৰলোভং॥
দেবীৰ মায়াত মগ্ধ দুৰন্ত অস্নুৰ।
সৌন্দৰ্য্যৰ কথা শুনি হইলা অস্থিৰ॥
দেবী কৃপা ভিন্ন মোহ নোহে নিবাৰণ।
আক জানি দেবী পদে লইও শৰণ॥

——o——

মনোহৰ মূৰ্ত্তি, ধৰি ভগৱতী,
মুহিলা অসুৰ মন ॥



## দুলড়ি।

মেধস বদতি, শুনি ভগৱতী,
দূতৰ বিচিত্ৰ বাণী।
হাঁসি মনে মনে, গম্ভীৰ বচনে,
বুলিলা তাক গোসাণী ॥
ত্ৰৈলোক্য ঈশ্বৰ, শুম্ভ মহাসুৰ,
নিশুম্ভও তান সম।
স্বৰূপতে সত্য, তোমাৰ বচন,
নহয় মিথ্যা ভাষণ ॥
কিন্তু অল্পমতি, হেতু পূৰ্ব্বে মই,
কৰিলোঁ এক প্ৰতিজ্ঞা।
তাহাৰ অন্যথা, কৰো কিনো ৰূপে,
শুনি মোক কৰা আজ্ঞা ॥
ৰণত আমাক, জিজনে জিনিব,
কৰিবন্ত দৰ্পচূৰ.
বলত সমান, হৈব যেই মোৰ,
সেহিসে স্বামী আমাৰ ॥

আমাৰ প্ৰতিজ্ঞা, সম্প্ৰতি শুনিলা,
যোৱা এবে দৈত্যস্থানে।
শুম্ভ বা নিশুম্ভ, লৰৰি আহোক,
দেখাওক বিক্ৰমৰণে॥
যদি মোকৰণে, শুম্ভে বা নিশুম্ভে,
কৰে বাহু বলে জয়।
অচিৰে গ্ৰহণ, কৰিয়া আমাক,
নিবন্ত নিজ আলয়॥
অম্বিকাৰ বাণী, দৈত্য দূতে শুনি,
বুলিলা সকোপে তাত।
তুমি দেবী নাৰী, বলহীন আতি,
কৰিছা গৰ্ব্ব মুখত॥
নকৰিবা দৰ্প, আগত আমাৰ,
অচিৰে পাবা প্ৰমাণ।
ত্ৰিভুবন মাজে, শুম্ভ নিশুম্ভৰ,
হৈব অগ্ৰ কোন জন॥
শুম্ভ নিশুম্ভৰ, কথাকে নকওঁ,
আন আন দৈত্য সমে।
সমুখ সংগ্ৰামে, যত দেবগণে,
তিষ্ঠিব নোৱাৰে ৰণে॥ (৪)

(৪) তিষ্ঠিব, স্থিতি হব।

দুৰ্ব্বলা ৰমণী, তুমি একাকিনী,
মহা বল দৈত্য সেনা।
নোৱাৰা তিষ্ঠিব, কহিলো স্বৰূপে,
এড়িয়ো যুদ্ধ বাসনা॥
ইন্দ্ৰাদি অমৰ, সংগ্ৰামে যাহাৰ,
বাৰম্বাৰ পৰাজিত।
সেহি শুম্ভাদিৰ, আগত কিৰূপে,
হৈবা তুমি উপস্থিত॥
স্বৰূপতে কহোঁ, শুনাহে সুন্দৰি,
ৰাখিয়ো মোৰ বচন।
শুম্ভ নিশুম্ভৰ, সমীপে তোমাৰ,
উচিত কৰা গমন॥
নোহে সাধাৰণ, মহাবল বান,
নিশুম্ভ শুম্ভ দানৱ।
কেশে ধৰি নিলে, অৱশ্য তোমাৰ,
হৈবন্ত নষ্ট গৌৰব॥
শুনি দূত বাণী, বুলিলা গোসাণী,
সত্য সত্য তযু বাণী,
শুম্ভ দৈত্যপতি, বলবন্ত আতি,
নিশুম্ভও পৰাক্ৰমী॥

নাভাবিপূৰ্ব্বত, প্ৰতিজ্ঞা পাশত,
হৈলো বন্ধ নিজ দোষে।
নাহিকে উপায়, বিনা যুদ্ধে তাৰ,
ভাগ্যত যি আছে শেষে ॥
দৈতেন্দ্ৰ সমীপে, কৰাহা প্ৰস্থান,
নিবেদা মোৰ বচন।
দৈত্য কুল পতি, উচিত যিহয়,
কৰোক তাৰ বিধান ॥
দেবীৰ চৰিত্ৰ, পৰম পবিত্ৰ,
সুধা হেন লাগে কাণে।
ত্যজি আন কাম, বোলা দুৰ্গানাম,
দ্বিজ কীৰ্ত্তি চন্দ্ৰে ভণে ॥

——○:*:○——

কৃপা কৰা কাত্যায়ণী ব্ৰহ্মাণ্ড মোহিনী।
মোহ পাশে বদ্ধজীব উদ্ধাৰা আপুনি ॥

—○:○—

## পদ।

মেসধ বদতি শুনা সুৰথ ৰাজন।
শুম্ভ নিশুম্ভৰ কথা কৰোহোঁ বৰ্ণন ॥

দেবীৰ বচন শুনি হুয়া ক্রুদ্ধ দূত ।
নিবেদিলা সাবশেষে শুম্ভৰ আগত ॥
শুনি শুম্ভ দৈত্যেশ্বৰ দূতৰ বচন ।
কোপে ধূম্রলোচনক কৰিলা আহ্বান ॥
নিজ সৈন্য লৈয়া তুমি যোৱা শীঘ্রগতি ।
গর্ব্বিতাক ধৰি কেশে আনাহা সম্প্রতি ॥
যদিবাও থাকে কোন ৰক্ষক কন্যাৰ ।
যক্ষ বা গন্ধর্ব্বৰক্ষ অথবা অমৰ ॥
তাঙ্ক প্রতি কোনো তুমি নকৰিবা দৰ ।
বধিবা তাহাক প্রাণে হানি তীক্ষ্ণশৰ ॥
ৰাজাৰ আদেশ পাই সি ধূম্রলোচন ।
অসংখ্যাত সৈন্য সমে কৰিলা গমন ॥
দেখিলন্ত আছে বসি পৰমা সুন্দৰী ।
হাস্যমুখে হিমালয়ে ৰূপে মুগ্ধকৰি ॥
দেখি দৈত্যে মহাগর্ব্বে বুলিলা বচন ।
চলা এবে শীঘ্রগতি দৈত্যেন্দ্র ভবন ॥
যদি তুমি প্রীতি মতে নাযাইবা তথাত ।
বলেৰে কেশত ধৰি নিবো মই তাত ॥
গর্ব্বিত দৈত্যৰ বাণী শুনি ভগবতী ।
উচিত উত্তৰ পাছে কৰিলা পার্ব্বতী ॥

সৈন্য সহ বলবন্ত দৈত্যেন্দ্রে তোমাক।
পঠাইলাহা বলক্রমে নিয়াহা আমাক॥
নিৰাশ্ৰয়া বলহীনা কেবল ৰমণী।
বলে ধৰি নিলে তোক কিকৰিবো আমি॥
দেবী বাক্য সমাপনে সিধূম্ৰ লোচনে।
অম্বিকাক প্ৰতি ধাইলা আতি কোপমনে॥
জগত জননী দেবী ধুম্ৰ লোচনক।
হুঙ্কাৰ শবদে ক্ষণে ভস্ম কৰিলেক॥
পাছে যত দৈত্যসেনা আতিকোপ কৰি।
বৰষিল তীক্ষ্ণ বান হাতে ধনু ধৰি॥
কতো দৈত্য দেবীপ্ৰতি শক্তিপ্ৰহাৰয়।
কতোবা পৰশু শূল দেবীক হানয়॥
শক্তিৰ পৰমা শক্তি দেবী ভগৱতী।
লীলাতে সবাৰ অস্ত্ৰ কৰিলা নিবৃত্তি॥
দেবীৰ বাহন আতি কুপিত কেশৰী।
জোকাৰি কেশৰ জাল মহানাদ কৰি॥
লাম্ফ দিয়া অশুৰৰ সেনাৰ মাজত।
মহা বেগে পড়িলন্ত কম্পাই জগত॥
সৈন্য মাজে পশি দেবী বাহন কেশৰী।
নখাঘাতে দন্তাঘাতে বধিলা দেবাৰি॥

আক্ৰমণে কতো দৈত্য ত্যজিলা পৰাণ।
কতোৰ বিদাৰি পেত বিনাশিলা প্ৰাণ ॥
চাপৰ মাৰিয়া কাৰো ছেদিলা মস্তক।
বাহু শিৰ ছেদি কাৰো শোধাইল যমক ॥
উদৰ বিদাৰি কাৰো কৰোষ্ণ ৰুধিৰ।
পৰম হৰিষে পীলা কম্পাই কেশৰ ॥
এহিৰূপে ক্ষনিকতে দেবীৰ বাহন।
মহাকোপে সংহৰিল দৈত্য সেনাগণ ॥
অৱশিষ্ট সৈন্যগণ ভয়ত অস্থিৰ।
পলাইলন্ত প্ৰাণ লৈয়া সমীপে শুম্ভৰ ॥
ধূম্ৰ লোচনক দেবী কৰিলা নিহত।
অন্য যত সৈন্য সিংহে কৰিলা নিপাত ॥
এহি বাৰ্ত্তা দৈত্য পতি শুম্ভ মহাসুৰ।
দূত মুখে শুনি কোপে কম্পিল শৰীৰ ॥
ক্ৰোধেৰক্ত ভৈল মুখ কম্পিত অধৰ।
চণ্ড মুণ্ড অসুৰক মাতিলা সত্বৰ ॥
চণ্ড মুণ্ড দুই ভাই শুনা মোৰবাণী।
বহু সৈন্য লৈয়া শীঘ্ৰে আনাহা ৰমণী ॥

(১) কৰোষ্ণ, অলপ তপত।

আনিবা কেশত ধৰি নতুবা বন্ধন।
কৰি আনিবাক লাগে ৰমণী ৰতন॥
যুদ্ধত সংশয় যদি কৰা দুই বীৰে।
সবে দৈত্য সৈন্য মিলি প্ৰহাৰিবা শৰে॥
অস্ত্ৰ প্ৰহাৰত দুৰ্গা হৈবন্ত অজ্ঞান।
কৰিবা বিনাশ তাৰ মৃগেন্দ্ৰ বাহন॥
মৰিলে মৃগেন্দ্ৰ হৈব দুৰ্গা অসহায়।
বান্ধি অম্বিকাক শীঘ্ৰে আনিব হেথায়॥ (২)
নিতান্ত দুৰ্ম্মতি তুমি শুম্ভ দৈত্য পতি।
যাৰ মায়া পাশে বন্ধ ত্ৰিলোকৰ পতি॥
তাঙ্ক তুমি বান্ধিবাক কৰিলা আদেশ।
জ্ঞান হীন হেতু তব ঈদৃশ সাহস॥
জগত ঈশ্বৰী দেৱী অম্বিকা ভৱানী।
তাক কি কৰিবা তুমি জগত বন্ধনী॥
ঐশ্বৰ্য্য মদত মত্ত হুয়া কতো নৰ।
ঈশ্বৰকো কৰে তুচ্ছ সিমহা পামৰ॥
ঐহিক নশ্বৰ যত ঐশ্বৰ্য্য সম্পত্তি।
কাৰো সঙ্গে নাহি যাই কৰা দৃঢ়মতি॥

(২) অম্বিকা, কৌশিকীৰ অন্য নাম।

সংসাৰ সাগৰ তৰী কেৱল ভৱানী ।
সুমৰা সততে তাঙ্ক সবে নৰ প্ৰাণী ॥

———০———

চণ্ডৰ নিধন, মুণ্ড বিনাশন,
কৰিল চামুণ্ডা ৰূপে ॥

———

## ডুলড়ি ।

মেধস বদতি, শুনা নৰপতি,
পাছে চণ্ড মুণ্ড বীৰ ।
আদেশে শুম্ভৰ, চতুৰঙ্গ বল,
লৈয়া হৈলা অগ্ৰসৰ ॥
ধনুৰ্ব্বাণ শূল, পৰিঘ তোমাৰ,
পৰশু পট্টিশ শেল ।
গদা আদি কৰি, অস্ত্ৰ শস্ত্ৰ ধৰি,
যান্ত কোপে দৈত্যদল ॥ (১)
সুবৰ্ণ শিখৰে, কেশৰি ওপৰে,
হিমালয় পৰ্ব্বতত ।

(১) দৈত্যদল, সমুহ অসুৰ ।

ঈষত হাসিয়া, আছে মহামায়া,
দেখিলন্ত দৈত্য যত।
দেখি দৈত্যগণ, দেবীক তখন,
ধনুক টঙ্কাৰ কৰি।
ধৰি বাক আশে, যান্ত দেবী পাশে,
কোপে হাতে খড়্গ ধৰি॥
সেনা অসুৰৰ, দেখি অম্বিকাৰ
মহা ক্রোধ উপজিল।
কোপত দেবীৰ, বদন কমল,
ঘোৰ ৰক্তবৰ্ণ ভৈল॥
ভ্রূভঙ্গে দেবীৰ, কুঞ্চিত কপাল,
তান হন্তে হৈলা কালী।
কৰাল বদনী, পাশা সিধাৰিণী,
কৃষ্ণ বৰ্ণা জিনিঅলি॥
হাতে লৌহ শক্তি, ভয়ঙ্কৰ মূৰ্ত্তি,
নৃমুণ্ড মালা গলত।
বাঘছাল মাত্ৰ, পিন্ধিছে কটিত,
মূৰৰ কেশ বিমুক্ত॥

বদন বহল, জিভা আতিলোল, ( ২ )
দেখি ভয়ে যাই প্ৰাণ।
চকু কোটৰত, কোপত আৰক্ত,
শবদে ফাটে গগণ॥
ভীষণ মূৰতি, ধৰি ভগৱতী,
বেগে সেনা প্ৰতি ধাইলা।
মহাসুৰ যত, বধি সমৰত,
ভক্ষণ কৰিবে লৈলা॥
মাহুত সহিতে, যোদ্ধা সমন্বিতে,
অনেক মত্ত বাৰণ।
লৈয়া এক হাতে, কৰাল বদনে,
কৰন্ত কালী ক্ষেপণ॥
ঘোটক সহিত, আনি আৰোহীক,
মূখত কৰি ক্ষেপণ।
সাৰথি সমেত, ৰথ মৰ মৰ,
শবদে কৰে চৰ্ব্বণ॥
কতো দৈত্য ধৰি, কেশত আবৰি,
কাকোবা ধৰি কণ্ঠত।

( ২ ) লোল, ৰক্ত।

এইজনা কালী, আগৰ জনাৰ সহিত ভিন্ন

চৰণ প্ৰহাৰে, হিয়াৰ আকালে,
অসুৰ কৰিলা হত।
যত অস্ত্ৰ শস্ত্ৰ, কৰিলা প্ৰহাৰ,
অসুৰে কালীক প্ৰতি।
গ্ৰহণ মুখেৰে, কৰি ক্ৰোধ ভৰে,
চোবাইলাহা ভগৱতী।
এহি ৰূপে দেৱী, চণ্ডিকা গোসাণী
বলৱন্ত দৈত্যগণ।
কতোক মৰ্দ্দন, কতোক ভক্ষণ,
কতোক কৈলা তাড়ণ।
কৰি খড়্গা ঘাত, কতেক নিপাত,
কতোক শকতি হানি।
আঘাতে দন্তৰ, কতেক অসুৰ,
বধিলা ৰণ ৰঙ্গিণী।
ক্ষণিকে দৈত্যৰ, সৰ্ব্ব সৈন্যক্ষয়,
দেখি চণ্ড মহাবীৰ।
ভীষণ মূৰতি, কালি কাক প্ৰতি,
ধাইলা কোপে সত্বৰ।
মুণ্ড তেতি ক্ষণ, বাণ বৰিষণ,
কৰিলা কালীক প্ৰতি।

ঢাকিল আকাশ, নাহি পাব কাশ,
হৈলন্ত দিব সে ৰাতি ॥
যাকে যাকে শৰ, বদনে দেবীৰ,
প্ৰবেশি কৰে বিস্মিত।
দ্বাদশ তপন, মেঘ ফালি যেন,
ক্ষণিকে ভৈলা উদিত ॥
গ্ৰাসি শৰ জাল, কালিকা দৈত্যৰ,
কৰিলা নাদ ভীষণ।
চন্দ্ৰ হেন কান্তি, কালী দন্ত পংক্তি,
প্ৰকাশ কৈলা বদন ॥
* মহাখড়্গ তুলি, হাতে মহাকালী,
ধাইলা পাছে চণ্ডক
কেশে ধৰি তাৰ, ছেদিলাহা শিৰ,
মৰিলা দৈত্য দুৰন্ত ॥
নিধন চণ্ডৰ, দেখি মুণ্ডা সুৰ,
বেগে কালিকাক ধাইলা।

---

* সিংহত আৰোহি, ভগৱতী কালী,
ধাইলা চণ্ডক প্ৰতি।
কেশ ধৰি তাৰ, ছেদিলাহা শিৰ,
মৰিল দৈত্য দুৰ্ম্মতি ॥

তাকো খড়্গহানি, কালিকা গোসানী,
মহা কোপে নিপাতিলা।
মহাবীৰ চণ্ড, বলৱন্ত মুণ্ড,
ৰণত দেখি নিহত।
ভয়ত আওৰ, শেষ সৈন্য চয়,
দশো দিশে পলাই লম্ভ।
চণ্ডৰ মুণ্ডৰ, দুই গোট শিৰ,
কালিকা লৈয়া হাতত।
অম্বিকাক বাণী, শুনালা আপুনি,
ভীষণ কৰি হসিত॥
তোমাৰ কাৰণে, এহি যুদ্ধ যজ্ঞে,
চণ্ড মুণ্ড মহাসুৰ।
পশু ৰূপে বধি, তোমাক সম্প্ৰতি,
দিলো মই উপহাৰ॥
সাদৰে গ্ৰহণ, কৰি উপহাৰ,
ইবাৰ তুমি যুদ্ধত।
হুয়া উপস্থিত, শুম্ভ নিশুম্ভক,
কৰিবা নিজে নিহত॥
চণ্ড মুণ্ড শিৰ, হাতত কালীৰ,
অম্বিকা কৰি দৰ্শন।

অতি আনন্দিত, হৈয়া কালিকাক,
বুলিলা সুধা বচন।
চণ্ড মুণ্ড দৈত্য, বধি সমৰত,
আনিলা যি হেতু শিৰ।
এতেকে তোমাৰ, চামুণ্ডা বিখ্যাত,
হৈৱন্ত নাম প্ৰচাৰ।
চণ্ডক সংহৰি, মুণ্ডক বিনাশি,
কালিকা চণ্ডী সহিত।
পৰ্ব্বত শিখৰে, আনন্দে বিহৰে,
দানৱ কৰি নিপাত॥
আখ্যান চণ্ডীৰ, অতিসে মধুৰ,
পাপ তাপ বিনাশন।
সবে নৰগণে, সদা হৃষ্ট মনে,
কীৰ্ত্তন কৰা শ্ৰৱণ॥



দুৰ্গা দুৰ্গা নাম লোৱা সবে নৰ প্ৰাণী।
ই ঘোৰ সংসাৰে দুৰ্গা দেৱী সে তৰণী।

---

## পদ।

মেধস বদতি পাছে শুনা নৃপবৰ।
চণ্ড মুণ্ড বধ বাৰ্ত্তা শুনি দৈত্যেশ্বৰ।
কোপে ৰক্ত হৈল আখি কম্পিত শৰীৰ।
আদেশিলা যত সৈন্য শুম্ভ মহাবীৰ।
আজি ষডশীতি দৈত্য ধৰি প্ৰহৰণ।
যাউক আদেশে মম লৈয়া সৈন্যগণ।
কম্বু নামে খ্যাত যত চৌৰাশী অসুৰ।
নিজ নিজ সৈন্য লৈয়া ঘাওক সত্বৰ।
কোটি বীৰ্য্য কুলে জাত দানৱ যাবত।
শতেক ধূম্ৰৰ কুলে জগতে বিখ্যাত।
কালক দৌহৃত মৌৰ্য্য কাল কেয় নামে।
সত্বৰে কৰোক যাত্ৰা দেৱীৰ সংগ্ৰামে।
আছয় যাতেক সৈন্য নগৰত মোৰ।
এতিক্ষণে যুদ্ধহেতু হৌক অগ্ৰসৰ।
এহি ৰূপে কৰি আজ্ঞা শুম্ভ দৈত্যপতি।
অসংখ্য বাহিনী সমে ধাইলা যুদ্ধপ্ৰতি।

উপস্থিত প্ৰায় দৈত্য সেনা ভয়ঙ্কৰ।
দেখি চণ্ডী ধনুৰ্গুণে দিলাহা টঙ্কাৰ॥
সেহি শব্দে দশদিশ পৃথিবী মণ্ডল।
পৰিপূৰ্ণ হৈয়া পাছে খলক লাগিল॥
অনন্তৰে পঞ্চানন দেৱীৰ বাহন।
কৰিলাহা মহাৰাজ গম্ভিৰ গৰ্জন॥
ঘণ্টাৰ শবদে পাছে চণ্ডিকা গোসাণী।
বিস্তাৰিলা ভূমণ্ডলে ধনু সিংহধ্বনি॥
বহল বদন যাৰ শব্দ আতি ঘোৰ।
কৰিলাহা সেহি কালী ধ্বনি ভয়ঙ্কৰ॥
ধনু শব্দ ঘণ্টা নাদ কেশৰি গৰ্জন।
জিনিলন্ত নিজ শব্দে কালিকা তখন॥
সেহি শব্দ শুনি পাছে দৈত্য সৈন্যচয়।
নানা প্ৰহৰণ লৈলা কোপে কম্পকায়॥
চণ্ডিকা কেশৰী আৰু কালীৰ চৌপাশে।
বেঢ়িলন্ত মহা বেগে শুম্ভৰ আদেশে॥
এহি সময়ত দেব দ্বেষী ৰাক্ষসৰ।
বিনাশাৰ্থে আৰু শুভ হেতু অমৰৰ॥
ব্ৰহ্মা বিষ্ণু শূলপাণি কাৰ্ত্তিক ইন্দ্ৰৰ।
দেহ হন্তে শক্তিগণ ভৈলাহা বাহিৰ॥

অতি বীর্য্য বলবতী দেবৰ শকতি।
নিজ ৰূপে চণ্ডী আগে ভৈলাউপস্থিতি॥
যি দেবৰ যেইৰূপ ভূষণ বাহন।
সেই সেই ৰূপে যুদ্ধে আইলা শক্তিগণ॥
প্ৰথমে ব্ৰহ্মাৰ শক্তিহংসৰ যানত॥
আৰোহণ কৰি দেবী পশিলা ৰণত।
অক্ষমালা কমণ্ডলু হাতত ধাৰিণী॥
জগতৰ জন্মদাত্ৰী এহিসে ব্ৰহ্মাণী।
সৰ্পৰ কঙ্কন অৰ্দ্ধচন্দ্ৰ অলঙ্কাৰ॥
বৃষত আৰোহি হাতে ধৰিলা ত্ৰিশূল॥
এহিৰূপে মাহেশ্বৰী পশিলা ৰণত।
ধক ধক জ্বলে অগ্নি দেবী কপালত॥
কাৰ্ত্তিকৰ ৰূপে দেবী ময়ূৰ বাহনে।
হাতে শক্তি ধৰি আইলা কাৰ্ত্তিকী সংগ্ৰামে॥
আসিলা বৈষ্ণবী দেবী বিষ্ণুৰূপ ধৰি।
আৰোহি গৰুড স্কন্ধে পৰমা সুন্দৰী॥
শঙ্খ চক্ৰ গদা খড়্গ আৰু ধনু ধৰি।
হাতত চণ্ডিকা দেখি নিলম্ভ আদৰি॥
যজ্ঞ বৰাহৰ মূৰ্ত্তি ধৰি বিষ্ণু শক্তি।
আবিৰ্ভূতা হৈলা দেবা বৰাহ মূৰতি॥

নাৰ সিংহী আবির্ভাব হৈলা ভয়ঙ্কৰ।
নৰ সিংহ ৰূপ ধৰি আগত চণ্ডীৰ ॥
হাতে বজ্র অস্ত্র লৈয়া উঠি গজেন্দ্রত।
ইন্দ্ৰৰূপে শচী দেবী পশিলা ৰণত ॥
অনন্তৰ দেবশক্তি সমূহ মধ্যত।
হাতে শূল শূল পাণি হৈলা আবির্ভূত ॥
চণ্ডীক বুলিলা বাণী দেৱ মহেশ্বৰ।
মোৰ প্ৰীতি হেতু শী ঘ্ৰ বধিয়ো অসুৰ ॥
মহেশৰ বাণী সমাপনে একশক্তি।
চণ্ডিকাৰ দেহ হন্তে ভৈলা উতপত্তি ॥
অতি কোপৱতী সেহি দেহ ভয়ঙ্কৰ।
লগত অসংখ্যশিবা কৰন্ত চিৎকাৰ ॥
ধূম্রবর্ণ জটা জূট ধাৰী মহেশক।
জয়শীলা সেহি দেবী বুলিলাহা বাক ॥
শুম্ভ নিশুম্ভৰ কাশে দূত হুয়া তুমি।
চলিয়ো গিৰিজা নাথ দেব শূলপাণি ॥
অতিদৰ্পী শুম্ভ দৈত্য নিশুম্ভ অসুৰ।
আৰু অন্য যত দৈত্য তান সহচৰ ॥
যুদ্ধ হেতু সমবেত আছয় তথাত।
সবাক কহিয়ো দেব আমাৰ বাঞ্ছিত

ত্রিলোক লভোক ইন্দ্রে যজ্ঞৰ ভাগন্ত।
অমৰৰ অধিকাৰ হৌক পূর্ব্ব মত॥
জীবনন্ত আছে যদি আশা তোসবাৰ।
পাতাল পুৰীত সবে যাউক অসুৰ॥
বলৰ গর্ব্বিত যদি কৰাহা সমৰ।
বিলম্ব নকৰি সবে আসিয়ো সত্বৰ॥
অসংখ্য জম্বুক মোৰ ক্ষুধাত আতুৰ।
তোসবাৰ মাংসে পুৰ্ণ হৈবন্ত উদৰ॥
মহেশক দূত কার্য্যে যেই ভগৱতী।
নিযোজিলা হৈল তান নাম শিৱদূতী॥
অনন্তৰ হুয়া দেবী দূত শূল পাণি।
দানব সবাক শুনাইলাহা দেবীবাণী॥
দেবীৰ বচন শুনি যতেক অসুৰ।
ক্রোধভাৱে আসিলন্ত সমীপে দেবীৰ॥
চৌপাশে আবৰি যত দুষ্ট দৈত্যগণ।
দেবীক কৰিলা পাছে বান বৰিষণ॥
শেল শূল শক্তি আদি অস্ত্রেদানৱৰ।
ৰুধিলন্ত ৰবি ৰশ্মি হৈলন্ত আন্ধাৰ॥
পাছে দেবী ভগৱতী ধনুক টঙ্কাৰি।
দানৱৰ শৰজাল মহা শৰ ধৰি॥

অনায়াসে মহা শব্দে কৰিলা ছেদন।
গুছিল আন্ধাৰ ভৈল উদিত তপন॥
দৈত্যসেনা মাজে পশি চামুণ্ডা গোসাণী।
শূলা ঘাতে আৰু মহা লৌহ শক্তিহানি॥
অনেক অসুৰ বধি শুম্ভৰ আগত।
মহাকোপে বিচৰণ কৰন্ত তথাত॥
শত্রু সেনা মাজে পশি ব্ৰহ্মাণী দৈত্যৰ।
কমণ্ডলু জলসিঞ্চি কৈলা দৰ্প চূৰ॥
মাহেশ্বৰী শূলহানি বৈষ্ণবী চক্ৰেৰে।
দৈত্যগণে বধে প্ৰাণে কাৰ্ত্তিকী শক্তিৰে॥
ইন্দ্ৰাণীৰ বজ্ৰাঘাত অনেক অসুৰ।
বিদীৰ্ণ হৃদয় হৈয়া গৈলা যমঘৰ॥
বাৰাহীৰ মুখাঘাতে কতেক দানৱ।
তীক্ষ্ণ দন্তা ঘাতে কতো ভৈলা পৰাসব॥ (১)
চক্ৰৰ আঘাতে কতো বিদীৰ্ণ হৃদয়।
বহাইয়াৰক্তেনদী প্ৰাণে ভৈলাক্ষয়॥
নাৰসিংহী নখাঘাতে হৃদয় বিদাৰী।
দৈত্যৰক্ত কৈলা পান মহানাদ কৰি॥

(১) পৰাসব, মৃত্যু।

চণ্ড অট্টহাসে শিবদূতীৰ মোহিত।
হুয়া কতো দৈত্য সেনা পড়িলা ধৰাত॥
তাসম্বাক শিব দূতী বিস্তাৰি বদন।
ধৰি আনি মুখ মধ্যে কৰিলা ভক্ষণ॥
ক্রুদ্ধ মাতৃগণ আৰু অসুৰনিধন।
দেখি দৈত্য সেনা সবে কৰে পলায়ন॥
মাতৃগণ ভয়ে ভগ্ন দৈত্য সেনা যত।
দেখি ৰক্ত বীজ ক্রোধে ধাইলা তথাত॥
ৰক্ত বিন্দু পাত হৈলে ধৰাত যাহাৰ।
তাদৃশ জনমে বিন্দুহন্তে মহাসুৰ॥
অদ্ভুত আকাৰ সেহি অদ্ভুত শকতি।
যুদ্ধ কৰি বাক আশে হৈলাউপস্থিতি॥
গদা ধৰি মহাসুৰ ইন্দ্রানী সহিত।
কৰে ৰক্তবীজ যুদ্ধ আতি অদভূত॥
অনন্তৰে ইন্দ্র শক্তি কৰি বজ্রা ঘাত।
দেহ হন্তে অসুৰৰ বজাইলা শোণিত॥
পড়িল ধৰাত যেবে অসুৰৰ ৰক্ত।
তেতিক্ষণে ৰক্ত বীজ ভৈলা শত শত॥
ৰক্ত বিন্দু হন্তে জাত অসুৰ সবাৰ।
সেহি বীর্য্য সেহিবল সেহিসে আকাৰ॥

মাতৃগণ সমে সবে ৰক্তবীজ যত।
অস্ত্র শস্ত্র ধৰি ঘোৰ সংগ্ৰাম কৰন্ত॥
পুনৰপি বজ্ৰহানি অসুৰৰ শিৰ।
ছেদিলা ইন্দ্ৰাণী দেবী বজাইলা ৰুধিৰ॥
বিন্দু বিন্দু হুয়া ৰক্ত পড়িলা ভূমিত।
তানহন্তে ৰক্ত বীজ হৈলা অসংখ্যাত॥
তাসম্বাক বিষ্ণু প্ৰিয়া কৈলা চক্ৰাঘাত।
ইন্দ্ৰাণী কৰিলা পাছে গদাৰ আঘাত॥
গদা ঘাতে চক্ৰা ঘাতে ভৈলা ৰক্ত বাজ।
অসংখ্যাত ৰণ স্থলে হৈলা ৰক্ত বীজ॥
কাৰ্ত্তিকী শকতি হানি বাৰাহী খড়্গেৰে।
মাহেশ্বৰী তাসম্বাক তাড়িলা শূলেৰে॥
সমস্ত মাতৃক দৈত্যে কোপে সিবেলাত।
গদাহাতে প্ৰতি মাতৃ কৰিলা আঘাত॥
পুনঃ পুনঃ শক্তি শূল আঘাতে গদাৰ।
দেহহন্তে ৰক্ত নদী বহিলা তাহাৰ॥
ৰক্ত সঙ্ঘ হন্তে ৰক্তবীজ অসংখ্যাত।
উতপতি হুয়া দৈত্যে জুৰিলা জগত॥
পাছে ৰক্তবীজ ময় দেখি ৰণ স্থল।
ভৈলাহা বিষণ্ণ মনা ত্ৰিদশ মণ্ডল॥

ক্ষুদ্র ৰক্তবীজ কটাক্ষে যাহাৰ।
ভস্মী ভূত হোৱে দেখা আশ্চৰ্য্য ব্যাপাৰ॥
মহা পৰাক্ৰমে অষ্ট মাতৃ গণে ৰণে।
কৰন্ত তথাপি দৈত্য নহয় পতন॥
চকিত ত্ৰিদশ গণ ভয়ে দামৰৰ।
আহাঁ কি অদ্ভুত মায়া জগত মাৱৰ॥
সৃষ্টি স্থিতি সংহৰণ যাৰ নিমেষত।
ক্ষুদ্র দৈত্য সমেৰণ তাৰ কি উচিত॥
কেৱল মাৱৰ লীলা হেৰা নৰগণ।
আক জানি চণ্ডী পদে লইও শৰণ॥

---

অনন্ত ৰূপিণী, তুমি নাৰায়ণী,
তযু মায়া বুঝা ভাৰ॥

---

## ডুলড়ি।

ত্ৰিদশ বিষণ্ণ, দেখিয়া সত্বৰ,
চণ্ডিকাপাশে কালীৰ।
হৈয়া উপস্থিত, বাক্য সুললিত,
বুলিলা হাসি মধুৰ॥

দেখিয়ো চামুণ্ডে, ভীত দেববৃন্দে,
ৰক্তবীজ অসংখ্যাত।
বিস্তাৰ বদন, কৰাহা ত্বৰিত,
পড়িছে ৰক্ত ভূমিত ॥
ৰক্ত বিন্দুহন্তে, দৈত্যৰ উৎপত্তি,
বাঢ়িল দৈত্য বিস্তৰ।
তাৰ ৰক্ত যত, তোমাৰ জিভাত,
পড়োক কৰা বিস্তাৰ ॥
বেগে ধাই ধাই, তুমি ঠাই ঠাই,
কৰাহা শোণিত পান।
মই অস্ত্ৰ হানি, তাৰ শীৰ্ষ খানি,
কৰিবো শীঘ্ৰে ছেদন ॥
কৰিলে ইমত, হৈব ক্ষীণ ৰক্ত,
যাবে দৈত্য যমালয়।
নোপজে অসুৰ, পৰম দুৰ্ব্বাৰ,
জানিবা এহি নিশ্চয় ॥
চণ্ডিকা গোসাণী, এহি বুলি বাণী,
দৈত্যক শূল হানিলা।
শূলাঘাতে তাৰ, বজাইলা ৰুধিৰ,
চামুণ্ডা পান কৰিলা ॥

দানবেণ্ড কোপে, চণ্ডিকার গারে,
কবিলা গদা আঘাত।
বেদনা দেবীর, কিঞ্চিত নহৈল,
বিফল ভৈল আঘাত॥
আহত দৈত্যের, যেই অঙ্গহন্তে,
বহিলা রুধির ধার।
সেহিস্থান হন্তে, চামুণ্ডা গোসাণী,
করিলা পান রুধির॥
রক্ত বিন্দুজাত, রক্ত বীজ যত,
চামুণ্ডা করে ভক্ষণ।
আর দেহরক্ত, পাই পুলকিত,
হৈয়া কালী করে পান॥
শূল বজ্রবাণ, অসি ভিন্দি পাল,
দৈতক হানি চণ্ডিকা।
বহাইলা রুধির, বেগে রক্ত দর,
পীলন্ত হৃষ্টে কালিকা॥
এহি রূপে দৈত্য, অস্ত্রসংঘহত,
নিরক্ত রক্তবীজ।
পড়িল ভূমিত, দণ্ডে বিকটিত,
কবি হেরা মহারাজ॥

দেবগণ যত, পছে আনন্দিত,
ভৈলন্ত নৃপ সুমতি ।
যত মাতৃগণ, কৰন্ত নৰ্ত্তন,
দৈত্যৰক্তে হৈয়া প্ৰীতি ॥
দুষ্ট জন প্ৰতি, চণ্ডিকাৰ ৰীতি,
এহিৰূপে সবে জানা ।
কিন্তু সাধুপ্ৰতি, দেবীৰ যে প্ৰীতি,
আক বুজি তাক মানা ॥
চণ্ডীৰ আখ্যান, আতি বিতোপন,
শ্ৰবণে গুছে পাতক ।
দ্বিজ কীৰ্ত্তি চন্দ্ৰে, ৰচিলা প্ৰবন্ধে,
ইয়াত চিন্তি চণ্ডিক ॥

---

জয় জয় নাৰায়ণী দৈত্য বিনাশিনী ।
পৰম মঙ্গলা তুমি নিশুম্ভ মৰ্দ্দিনী ।

---

## পাদ ।

ৰাজা নিগদতি প্ৰভো বিচিত্ৰ অখ্যান ।
দেবীৰ চৰিত ৰক্ত বীজৰ নিধন ॥

শুনি তযু মুখে মোৰ আনন্দ অপাৰ।
পুনশ্চ কহিয়ো মোক মহিমা চণ্ডীৰ॥
শুনিবাক ইচ্ছা মোৰ অতি বলৱতী।
ৰক্তবীজ বধ বাৰ্ত্তা শুনি দৈত্যপতি॥
শুম্ভ আৰু নিশুম্ভযে পৰম কোপন।
আতপৰে কিনো কৰ্ম্ম কৰিলা দুৰ্জ্জন॥
মেধস বদতি শুনা সুৰথ ৰাজন।
ৰক্তবীজ বধ আৰু সৈন্যৰ নিধন॥
দেখি শুম্ভ নিশুম্ভৰ ভৈলা কোপ অতি।
ৰণ আশে দুই দৈত্য ধাইলা দেবী প্ৰতি॥
মুখ্য দৈত্য সৈন্য সহ নিশুম্ভ দুৰ্ম্মতি।
প্ৰথমে দেবীৰ কাশে হৈলা উপস্থিতি॥
আগে পাছে নিশুম্ভক বেঢ়ি বেঢ়ি দৈত্যগণ।
দেবীবধ আশে যান্ত অতি কোপ মন॥
মাতৃগণ সহযুজি বধো চণ্ডিকাক।
এহি আশা কৰি শুম্ভ পশিল ৰণক॥
নানা সেনা সঙ্গে তাৰ বলে মহাবল।
ত্ৰিদশৰ ভয়দাতা শুম্ভ মহাসুৰ॥
পাছে শুম্ভ নিশুম্ভৰ সহিত দেবীৰ।
বাজিল সংগ্ৰাম তাত অতি ভয়ঙ্কৰ॥

বাণ বৰিষণ দৈত্য মুষলৰ ধাৰে।
মেঘে যেন কৰে বৃষ্টি দেবীৰ ওপৰে॥
শীঘ্রে দেবী ধনু ধৰি শুম্ভ নিশুম্ভৰ।
শৰজাল কৈলা ব্যৰ্থ হানি নানা শৰ॥
দেবী বাণগণে দৈত্য বাণ নাশি যত।
দৈত্যৰ অঙ্গত পড়ি কৰিলাহা ক্ষত॥
(১) নিশুম্ভে শানিত খড়্গ আক ধৰি ঢাল।
মৃগেন্দ্রৰ শিৰে বেগে কৰিলা প্ৰহাৰ॥
সিংহক প্ৰহৃত দেখি খুৰপাত্ৰ ধৰি।
নিশুম্ভৰ খড়্গ চৰ্ম্ম ছেদিলা ঈশ্বৰী॥
পাছে দৈত্য এক খড়্গ কৰিলা ক্ষেপণ।
তাকো দেবী খড়্গহানি কৰিলা খণ্ডণ॥
মহাবলে মহাসুৰ ধৰি এক শূল।
দেবীক উদ্দেশি পাছে কৰিলা প্ৰহাৰ॥
আনে শূল বায়ুবেগে দেখি মহামায়া।
মুষ্টিৰ আঘাতে চূৰ্ণ কৰিলা অভয়া॥
ঘূৰাইয়া গদা এক নিশুম্ভ অসুৰ।
চণ্ডিকাক প্ৰতি বেগে কৰিলা প্ৰহাৰ॥

(১) শাণিত, তীক্ষ্ণ।

দুৰ্গতি নাশিনী চণ্ডী মাৰ জগতৰ।
দৈত্য গদা কৈলা ভস্ম হানি নিজ শৰ॥
অনন্তৰে পৰ্শু ধৰি নিশুম্ভ দুৰ্ম্মতি।
মহাকোপে যান্ত বীৰ চণ্ডিকাক প্ৰতি॥
পৰ্শু হাতে লৈয়া আসে নিশুম্ভ কুপিত।
দেখি চণ্ডী বাণ হানি পেলাইলা ভূমিত॥
মহাবলী অনুজক ভূমিত মুৰ্চ্ছিত।
দেখি চণ্ডিকাক ধাইলা শুম্ভ আতি দুষ্ট॥
দেহ আতি ভয়ঙ্কৰ আঠ ভুজ তাৰ।
আকাশ মণ্ডল ব্যাপি শোভিলা শৰীৰ॥
আৰোহি ৰথত দৈত্য লৈয়া নানা শৰ।
চণ্ডিকাৰ বধ আশে পশিলা ৰণত॥
সমাগত দেখি তাঙ্ক চণ্ডিকা গোসাণী।
শঙ্খনাদ ধনু শব্দ কৰিলা আপুনি॥
ঘণ্টা শব্দে দশদিশ লগাই থলক।
সমস্ত দৈত্য সেনাক দিলাহা চমক॥
অনন্তৰে দেবী সিংহ কৰি মহাশব্দ।
আকাশ পৃথিবী আৰু দিশ কৈলা স্তব্ধ॥
পাছে কালী ঝাম্প দিয়া পশি গগণত।
দুই হাতে ধৰণীত কৰিলা আঘাত॥

সেই শব্দে পূৰ্ব্ব শব্দ ভৈলা তিৰোহিত।
কালীৰ শবদে ব্যাপ্ত ভৈলন্ত জগত ॥
শিবদূতী অমঙ্গল কৰি অট্টহাস।
সমস্ত দৈত্যক দেৱী লগাইলা তৰাস ॥
কিন্তু সেহি মহাশব্দে শুম্ভ দৈত্যেশ্বৰ।
নভৈলন্ত ত্ৰাস যুক্ত কোপত অস্থিৰ ॥
দুৰাত্মা অসুৰ তুই সাবধানে থাক।
তোক বধি জগতৰ কৰো নিষ্কণ্টক ॥
এহি বাণী চণ্ডিকাৰ শুনি দেব যাক।
আকাশত থাকি "জয়" বোলন্ত দেৱীক ॥
সংগ্ৰামত পশি শুম্ভে চণ্ডিকাক প্ৰতি।
সাক্ষাত অগণি শিখা ক্ষেপিলা শকতি ॥
ধবক ধবক জ্বলে অগ্নি শক্তিৰ গাৱত।
তাঙ্ক দেৱী মহোল্কাৰে কৰিলা নিৰস্ত ॥
সিবেলা শুম্ভৰ সিংহনাদে ত্ৰিভুবন।
ব্যাপি ঘোৰ নিৰ্ঘাতক কৰিলা নিঃস্বন ॥ (২
শুম্ভাসুৰে চণ্ডিকাক কৰে শৰ বৃষ্টি।
শৰ সঙ্ঘ হানন্ত চণ্ডিকা দৈত্য প্ৰতি ॥

(২) নিঃস্বন, নিঃশব্দ।

শুম্ভ ক্ষিপ্ত শৰজাল চণ্ডী কৰে নাশ।
চণ্ডী ক্ষিপ্ত শৰগণ বিনাশে ৰাক্ষস॥ (৩)
এহিৰূপে দৈত্যেশ্বৰ শুম্ভৰ সহিত।
নানা ৰূপে কৰে লীলা চণ্ডিকা যুদ্ধত॥
পাছে কোপে ভগৱতী হানিলাহা শূল।
শূলাঘাতে দৈত্যেশ্বৰ ধৰাত পড়িল॥
মূৰ্চ্ছিত ভৈলন্ত যেবে দৈত্যৰ ঈশ্বৰ।
নিশুম্ভ চেতনা পাই লৈলা ধনুশৰ॥
ধনুত পূৰাই বাণ ভেদিলা কালীক।
কৌশিকীক বিন্ধি পাছে বিন্ধিলা সিংহক॥
পুনশ্চ দানৱ ধৰি অযুতেক হাত।
চক্ৰ অস্ত্ৰে চণ্ডিকাক কৈলা আচ্ছাদিত॥
মায়াবী দৈত্যৰ মায়া দেখি নাৰায়ণী।
ভৈলা ক্ৰুদ্ধা ভগৱতী দুৰ্গতি নাশিনী॥
ধনুক টঙ্কাৰি পাছে হানি তীক্ষ্ণবাণ।
নিশুম্ভৰ অস্ত্ৰ যত কৰিলা বাৰণ॥
নিশুম্ভ বেগেৰে পাছে ধৰি গদা গোট।
চণ্ডিকাৰ বধ আশে মহাকোপে যান্ত॥

(৩) ৰাক্ষস, শুম্ভ।

(৪) ধাৱিত দৈত্যক দেখি চণ্ডিকা নিশিত।
খড়্গধৰি গদা তাৰ কাটিলা দূৰত ॥
গদা ব্যৰ্থ দেখি দৈত্য লৈয়া হাতে শূল।
যান্ত বেগে দেবী পাশে নিশুম্ভ পামৰ ॥
শূল ধৰি সমাগত নিশুম্ভ অসুৰ।
হিয়াত চণ্ডিকা বেগে ক্ষেপিলা ত্রিশূল ॥
শূল বিদ্ধ হিয়া হন্তে সেহি অসুৰৰ।
মহাবলী এক দৈত্য হৈলন্ত বাহিৰ ॥
দেবীক বোলন্ত বাণী সেহি দৈত্য গোট।
থাক তই দিবো মই ফল সমুচিত ॥
দেখি তাঙ্ক মহাকালী কৰি অট্টহাস।
লইলা হাতত খড়্গ চন্দ্র পৰকাশ ॥
সেহি খড়্গে তাৰ মুণ্ড কৰি নিপাতন।
ভূমিত পেলাইলা দেহ কৰে আস্ফালন ॥
তীক্ষ্ণ দন্তে ভাঙ্গি গ্রীবা কতেক দৈত্যৰ।
ভক্ষণ কৰিলা সিংহে অনেক অসুৰ ॥
বিস্তাৰি বদন কালী আৰু শিবদূতী।
অনেক দানৱ ৰঙ্গে ভক্ষিলা তহিতি ॥

---

(৪) ধাৱিত, বেগে যোৱা।

কার্ত্তিকীৰ শক্ত্যাঘাতে কতেক অসুৰ।
নশ্বৰ জীৱন এড়ি গৈলা যম পুৰ॥
কমণ্ডলু জলসিঞ্চি দানৱৰ প্ৰাণ।
ব্ৰহ্মাণী কৰিলা ৰণে দৈত্যৰ নিৰ্ব্বাণ।
শূল হানি মাহেশ্বৰী দৈত্যৰ হিয়াত।
কতেক বধিলা প্ৰাণে পড়িলা ভূমিত॥
বাৰাহীৰ দন্তাঘাতে বিদীৰ্ণ হৃদয়।
হৈয়া কতো দৈত্য যান্ত পৰি যমালয়॥
বৈষ্ণৱীৰ চক্ৰাঘাতে বজ্ৰে ইন্দ্ৰাণীৰ।
কতো দৈত্য ত্যজি প্ৰাণ কৰে ধৰ ফৰ॥
কতো দৈত্য সেহি ৰণে ত্যজিলাহা প্ৰাণ।
কতেক পলাই ৰাখে আপোন জীৱন॥
অনেক দৈত্যক সেহিছেগে পঞ্চানন।
কালী আৰু শিৱদূতী কৰিলা ভক্ষণ॥
এহিৰূপে নিশুম্ভক দৈত্য সেনা সমে।
বিনাশিলা ভগৱতী চণ্ডিকা সংগ্ৰামে॥
আহাঁ কিনো মহাভাগ্য অসুৰ গণৰ।
সাক্ষাতে দেৱীক দেখি পৰাণ ত্যজিল॥
বধিলা চণ্ডিকা যাক সেহি মহাৰণে।
নোহে বধ তাৰ স্থিতি কৈলাস ভুৱনে॥

দয়াময়ী জগন্মাতা জানা নৰগণ।
আক জানি কৰা চিন্তা দেবীৰ চৰণ॥

——ঃ০ঃ——

তাৰিণি নিস্তাৰ কৰাহা ইবাৰ
চৰণে লৈলা শৰণ॥

——ঃ০ঃ——

দুলড়ি॥

ঋষি নিগতি শুনা নৰ পতি
পাছে যেনে কথা ভৈল।
নিশুম্ভ নিহত, দেখিয়া ৰণত,
শুম্ভৰ ক্রোধ বাঢ়িল॥
যত সহচৰ, আছিল তাহাৰ,
সবাৰ ভৈল নিধন।
শোকে ক্রোধেতাৰ, বিহ্বল শৰীৰ,
কৰে চট ফট প্রাণ॥
বেগে ধাই দৈত্য, চণ্ডীৰ আগত,
বুলিলা কঠোৰ বাণী।

মিছাগর্ব্ব কৰ, নানা সহচৰ,
তই যে অতি মানিনী ॥
ব্রহ্মাণী শিৱাণী, কার্ত্তিকী ইন্দ্রাণী,
ইত্যাদি অসংখ্য তোৰ।
লৈয়া সহচৰ, কৰিছ সমৰ,
ধিক বীর্য্যবল তোৰ ॥
শুম্ভ বাণী শুনি, দেবী কাত্যায়ণী,
উচিত দিলা উত্তৰ।
এহি জগতত, মই এক মাত্র,
দ্বিতীয় নাহিকে আৰ ॥
দেখ দুষ্ট তই, ক্ষণিকতে মই,
মোহোৰ বিভূতি যত।
নিজৰ শৰীৰত, কৰো সম্বৰণ,
স্থিৰ কৰ তোৰ চিত্ত ॥
ব্রহ্মাণী প্রভৃতি, পাছে দেব শক্তি,
ভৈলাহা লয় চণ্ডীত।
হুয়া একাকিনী, দেবী কাত্যায়ণী,
শুম্ভক বাণী বোলন্ত ॥
মই বহুৰূপে, প্রবেশি সংগ্রামে,
কৰিলো দৈত্য সংহাৰ।

সংহৰি সবাক, ভৈলো মই এক,
এবে ৰণে ভব স্থিৰ ॥ (১)
মেধস বদতি, শুনা নৰপতি,
পাছে শুম্ভ মহাবীৰ।
সহিত চণ্ডীৰ, কৰন্ত সমৰ,
সুৰাসুৰ ভয়ঙ্কৰ ॥
দৈত্যে চণ্ডিকাক, চণ্ডিকা দৈত্যক,
তীক্ষ্ণ তীক্ষ্ণ নানা শৰ।
গদা শক্তি শূল, পৰিঘ তোমৰ,
মূষল শেল মুদ্গৰ ॥
চক্র অসি পাশ, ক্ষুৰ ভিন্দিপাল,
কৰন্ত কোপে প্ৰহাৰ।
দাৰুণ সমৰ, শুম্ভ চণ্ডিকাৰ,
দেখি ভীত চৰাচৰ ॥
যত তীক্ষ্ণশৰ, কৰন্ত প্ৰহাৰ,
চণ্ডিকা কৰি সন্ধান।
(২) অনুৰূপ শৰ, হানি দৈত্যেশ্বৰ,
ত্বৰতে কৰে বাৰণ ॥

(১) ভব, হোৱা।
(২) অনুৰূপ, তত্তুল্য।

দিব্য অস্ত্র যত,　　ক্ষেপণ কৰন্ত,
চণ্ডীক প্রতি অসুৰ।
হুঙ্কাৰ শবদে,　　দেবী অনায়াসে,
কৰন্ত চণ্ডিকা দূৰ॥
হানি শৰ শত,　　অসুৰ দুৰ্ব্বৃত্ত,
চণ্ডীক কৰে আচ্ছন্ন।
কোপে হানি বাণ,　চণ্ডিকা দৈত্যৰ,
কৰিলা ধনু ছেদন॥
(৩) কাৰ্ম্মুক খণ্ডিত,　দেখি শুম্ভ দৈত্য,
লইলা হাতে শকতি।
চক্রে তেতিক্ষণে,　　দানৱৰ হাতে,
ছেদিলন্ত ভগৱতী।
সূৰ্য্য পৰকাশ,　　খড়্গ চন্দ্র হাস,
বিমল চৰ্ম্মৰ ঢাল।
ধৰি দৈত্যেশ্বৰ,　　কোপত অস্থিৰ,
দেবীক প্রতি ধাইল॥
ধৰি ধনু শৰ,　　চণ্ডিকা সত্বৰ,
খড়্গ চৰ্ম্ম লক্ষি তাৰ।

(৩) কাৰ্ম্মুক, ধনু।

ক্ষেপি তীক্ষ্ণবাণ, কৰিলা খণ্ডন,
নিৰস্ত্ৰ ভৈল অসুৰ ॥
ৰথ ঘোড়াহত, সাৰথি নিহত,
কাৰ্ম্মুক ভৈল খণ্ডিত।
কোপে দৈত্যেশ্বৰ, লইলা মুদ্গৰ,
দেবীৰ বধে উদ্যত ॥
হাততে দৈত্যৰ, কাতিলা মুদ্গৰ,
মাৰিদেবী তীক্ষ্ণ বাণ।
তথাপি দুৰন্ত, কৰি মুষ্ঠিদৃঢ়,
হিয়াত কৰে ক্ষেপণ ॥
হস্ত তলাঘাত, দৈত্যৰ হিয়াত,
কৰিলা চণ্ডিকা বেগে।
পড়িলা ভূমিত, সেহি মহা দৈত্য,
পুনশ্চ উঠিলা ছেগে ॥
উঠি তেতিক্ষণে, দেবীক গগণে,
তুলিলন্ত দৈত্যেশ্বৰ।
চণ্ডিকা তথাত, দৈত্যৰ সহিত,
কৰন্ত ঘোৰ সমৰ ॥
কৰে বাহু যুদ্ধ, শূন্য আকাশত,
চণ্ডিকা দৈত্য সহিত।

সিদ্ধ মুনিনৰ, কিন্নৰ অমৰ,
দেখিয়া সবে বিস্মিত ॥
বহুকাল তাত, অসুৰ সহিত,
চণ্ডিকা কৰি সমৰ।
বেগে ধৰি তাঙ্ক, ঘুৰাই দশদিশ,
ক্ষেপিলা ধৰণী তল ॥
ভূমিতলে পড়ি, দুৰন্ত দেবাৰি,
দৃঢ় মুষ্টি কৰি হাত।
বধার্থে চণ্ডীৰ, কোপতে অস্থিৰ,
দশন কামুৰি যান্ত ॥
আসে দৈত্যেশ্বৰ, কণ্টক দেবৰ,
চণ্ডিকা কৰি দৰ্শণ।
কৰি শূলাঘাত, তাহাৰ হিয়াত,
ভূমিত কৈলা পাতন ॥
গত প্ৰাণ দৈত্য, পৰিল ভূমিত,
দেবী শূলে হৈয়া ক্ষত।
দ্বীপ সমন্বিতে, সাগৰ সহিতে,
পৃথিবী ভৈলা কম্পিত ॥
শুম্ভ মহাদৈত্য, যেবে ভৈলা হত,
জগতে লভিলা শান্তি।

নির্ম্মল আকাশ, সূর্য্য পৰকাশ,
চন্দ্ৰমা ধৰিলা কান্তি ॥
উল্কা বজ্ৰপাত, আদি মহোৎপাত,
আছিলা পূর্ব্বত যত।
বিনাশে শুম্ভৰ, সবে ভৈল দূৰ,
নিয়মে বহে সৰিত ॥
সবে দেবগণ, হৰষিত মন,
ভৈলন্ত বধে শুম্ভৰ।
গন্ধর্ব্বে গাইলা, অপ্সৰা নাচিলা,
হৈলন্ত বাদ্য মধুৰ ॥
জুৰাইয়া প্ৰাণ, বহে সমীৰণ,
প্ৰকাশে আতি তপন।
যজ্ঞৰ অনল, চৌদিকে জ্বলিল,
আনন্দিত মুনিগণ ॥
যত অমঙ্গল, সবে ভৈল দূৰ,
দেবৰো গুচিল দৰ।
যত দেৱবৃন্দ, কৰি মহানন্দ,
কৰন্ত স্তব দেবীৰ ॥
শুনা নৰগণ, চণ্ডীৰ আখ্যান,
পাপ তাপ বিনাশন।

দ্বিজ কীৰ্ত্তিচন্দ্রে, ৰচিলা প্ৰবন্ধে,
চণ্ডীক কৰি স্মৰণ ॥

—:০:—

ভবভয় নিবাৰিণি দনুজ নাশিনি।
আমাক করুণা কৰা জগত জননি ॥

—:০:—

## পাদ।

তপোধন বোলে শুনা সুৰথ ৰাজন।
শুম্ভক বধিলা দেবী কৰি মহাৰণ ॥
ইষ্ট সিদ্ধি হেতু আনন্দিত দেবগণ।
আৰম্ভিলা ভক্তিভাবে চণ্ডীৰ স্তবন ॥
অগ্নিক আগত কৰি হৈয়া কৃতাঞ্জলি।
কৰন্ত অমৰে স্তুতি আনন্দে উথলি ॥
আশ্ৰিতৰ তুমি দেবি সন্তাপ নাশিনী।
হইয়ো প্ৰসন্না এবে জগত জননি ॥
চৰাচৰ জগতৰ তুমিসে ঈশ্বৰী।
জগতক কৰা ৰক্ষা হেৰা বিশ্বেশ্বৰি ॥
বসুমতী ৰূপে তুমি হুয়া অবস্থিত।
ধাৰণ কৰিয়া তুমি ৰাখিছা জগত ॥

অনন্ত শকতি তযু জলৰূপে তুমি।
তুমিলাহা সমস্তকে কি বর্ণাবো আমি॥
তুমিসে বিষ্ণুৰ শক্তি জগতৰে মূল।
তুমি মহামায়া তব অনন্তযে বল॥
মায়াৰূপে জগতকে কৰিছা মোহিত।
হৈলে তুমি সুপ্রসন্ন হোৱে লোক মুক্ত॥
যজ্ঞবিদ্যা মহাবিদ্যা আদি যতবিদ্যা।
তোমাৰসে মূৰ্ত্তি ভেদ তুমি মাত্র আদ্যা॥
নাৰী ৰূপে আছে যেই এহি জগতত।
সবাই তোমাৰ অংশ আমাৰ বিদিত॥
একাকিনী তুমি মাত্র ব্যাপিলা ভুবন।
কিতোমাৰ আছে স্তুতি কৰে কোনজন॥
তুমি সর্ব্ব স্বৰূপা যে ভোগ মোক্ষদাত্রী।
তোমাক কৰয় স্তব আছে কাৰ শক্তি॥
বাক্যৰ অতীত তুমি মনৰো অতীত।
চিদানন্দ ময়ী তুমি গুণৰো অতীত॥
কিন্তু এহি তযু মূর্ত্তি কৰি নিৰীক্ষণ।
কৰিবোহোঁ তব স্তুতি এহি মাত্র মন॥
বুদ্ধি ৰূপে আছা তুমি হৃদয়ে সবাৰ।
স্বর্গ মোক্ষ প্রদা তুমি কৰো নমস্কাৰ॥

কলা কাষ্ঠা আদি কালৰূপে অবস্থিত।
হুয়া তুমি জগতকে কৰিছা চালিত॥
ব্ৰহ্মাণ্ডৰো হোৱে লয় শক্তিতে তোমাৰ।
নাৰায়ণি কৰোহোঁ তোমাক নমস্কাৰ॥
সবাৰ মঙ্গল তুমি সৰ্ব্বাৰ্থ সাধিনী।
জগতকে কৰা ৰক্ষা তুমি ত্ৰিনয়ণী॥
গৌৰবৰ্ণ দেহ তযু সুকুমাৰ কান্তি।
নাৰায়ণি তব পদে আমাৰ প্ৰণতি॥
স্ৰজন পালন সংহৰণ তব শক্তি।
সত্ব ৰজ আৰু তম তোমাত যে স্থিতি॥
তুমি সনাতনী দেবী জগত আধাৰ।
তোমাক কৰোহোঁ নাৰায়ণি নমস্কাৰ॥
আশ্ৰিতক দৰিদ্ৰক কৰা পৰিত্ৰাণ।
পীড়িতক সৰ্ব্বকালে কৰাহা ৰক্ষণ॥
সবাৰো যে মনো দুঃখ কৰা উপশম।
নাৰায়ণি কৰো আমি তোমাক প্ৰণাম॥
হংসযুত বিমানত কৰি আৰোহণ।
ব্ৰহ্মাণীৰ ধৰি ৰূপ কৰিছা পালন॥
কুশ জল সিঞ্চি জগতকে দিছা শান্তি।
নাৰায়ণি শ্ৰীচৰণে কৰোহোঁ প্ৰণতি॥

মাহেশ্বৰী ধৰি ৰূপ বৃষভ বাহন।
ত্ৰিশূল ভুজঙ্গ চন্দ্ৰ তোমাৰ ভূষণ॥
দুৰন্ত দৈত্যৰ দৰ্প কৰিলাহ চূৰ।
নাৰায়ণি তোমাক কৰোহোঁ নমস্কাৰ॥
ধৰি কাৰ্ত্তিকীৰ ৰূপ অতি মনোহৰ।
ময়ূৰ কুক্কুট সমে কৰিলা বিহাৰ॥ (১)
দৈত্য গৰ্ব্ব কৈলা খৰ্ব্ব ধৰি মহাশক্তি।
নাৰায়ণি কৰো আমি তোমাক প্ৰণতি।
ধৰি বৈষ্ণৱীৰ ৰূপ ভৈলা চতুৰ্ভুজ।
শঙ্খ চক্ৰ গদা ধনু তাহাত বিৰাজ॥
অনেক অসুৰ ৰণে কৰিলা সংহাৰ।
হোৱাঁহে প্ৰসন্না নাৰায়ণি নমস্কাৰ॥
ধৰি বাৰাহীৰ ৰূপ উদ্ধাৰিলা ভূমি।
হাতত ভীষণ চক্ৰ ধৰিলাহা তুমি॥
দেৱী তুমি শুভঙ্কৰী বধিলা অসুৰ।
কৃপা কৰা নাৰায়ণি কৰো নমস্কাৰ॥
ভয়ঙ্কৰ নৰ সিংহ মূৰ্ত্তি চমৎকাৰ।
ধৰি দেৱী দৈত্যগণ কৰিলা সংহাৰ॥

(১) বিহাৰ, ক্ৰীড়া।

ত্রিভুবন কৈলা ৰক্ষা সংহৰি অসুৰ।
নাৰায়ণি কৰোহোঁ তোমাক নমস্কাৰ॥
বজ্রহস্তা তুমি দেবি কিৰীট ধাৰিণী।
সহস্র লোচন ধৰি শোভিলা আপুনি॥
অনায়াসে বৃত্রাসুৰ কৰিলা সংহাৰ।
নাৰায়ণি তযু পদে প্রণাম আমাৰ॥
শিবদূতী ৰূপে তুমি ৰণৰ মাজত।
বধিলাহা দৈত্য সেনা অযুত নিযুত॥
তব মহানাদে ভৈলা কম্পিত ধৰণী।
কৰোহোঁ তোমাক সেৱা আমি নাৰায়ণি॥
নৰ মুণ্ডমালা গাঁঠি কৰিলা ধাৰণ।
ঘোৰ দন্ত পংক্তি তযু কৰাল বদন॥ (৩)
মুণ্ডক বধিলা তুমি ৰূপে চামুণ্ডাৰ।
নাৰায়ণি কৰোহোঁ তোমাক নমস্কাৰ॥
তুমি লক্ষ্মী তুমি লজ্জা তুমি বেদ বিদ্যা।
শ্রদ্ধা পুষ্টি স্বধাৰূপা নিত্য আৰু আদ্যা॥
প্রলয়ৰ ৰাত্রি তুমি জগত মোহিনী।
কৰোহোঁ প্রণাম তযু পাৱে নাৰায়ণি॥

(২) বজ্রহস্তা, বজ্র ধাৰিণী।
(৩) কৰাল, ভয়ঙ্কৰ।

(৪) তুমিমেধা তুমিশ্রেষ্ঠা তুমি সৰস্বতী।
তুমি মহেশ্বৰী সম্পদৰো অধিষ্ঠাত্ৰী॥
সংহাৰ ৰূপিনী তুমি মঙ্গল কাৰিণী।
হইয়ো প্ৰসন্না দেবী নমো নাৰায়ণি॥
তুমি সৰ্ব্বৰূপা দেবি সবাৰ ঈশ্বৰী।
সমস্তৰে শক্তি তুমি নিজে আছা ধৰি॥
দৈত্যভয় হন্তে ৰক্ষা কৰাহা আমাক।
দুৰ্গা দেবি নমস্কাৰ কৰোহো তোমাক॥
এইযে তোমাৰ মনোহৰ ত্ৰিনয়ণ।
শোভিত বদন পদ্ম তপ্ত হেন হেন॥
সৰ্ব্বপ্ৰাণি হন্তে ৰক্ষা কৰোক আমাক।
কাত্যায়ণি প্ৰণিপাত কৰোহোঁ তোমাক॥
অগ্নিহেন কান্তি যাৰ অতি তীক্ষ্ন ধাৰ।
নাশিলে অশেষ দৈত্য ত্ৰিশূল তোমাৰ॥
সেহি শূলে ভয় নাশ কৰোক আমাৰ।
(৫) ভদ্ৰ কালি তযু পদে নমো পুণৰ্ব্বাৰ॥
যেই তব ঘণ্টা শব্দে ব্যাপি জগতক।
কৰিলন্ত হীন তেজ সমস্ত দৈত্যক॥

---

(৪) মেধা, বিস্মৰণ নোহোৱা বুদ্ধি।
(৫) ভদ্ৰকালী, ষোড়শ ভুজা দুৰ্গা।

সেহি ঘণ্টা মাতৃ হেন পুত্রেক ৰক্ষণ।
পাপহন্তে আমাসাক কৰোক পালন ॥
অসুৰৰ ৰক্ত মেদ পঙ্কত পঙ্কিল।
তীক্ষ্ণ খড়্গ তব হাতে আতিসে উজ্জ্বল ॥
কৰোক আমাৰ শুভ সেহি তযু অসি। (৬)
চৰণে শৰণাগত ভৈলোহোঁ দেবেশি ॥
সবে ব্যাধি হোৱে নাশ হৈলে তুমি তুষ্টা।
মনোৰথ হোৱে ব্যৰ্থ হৈলে তুমি ৰুষ্টা ॥
নহয় বিপদ তব আশ্রিত জনৰ।
কিন্তু সেহি লোক হোৱে আশ্রয় অন্যৰ ॥
আজি তুমি নানা ৰূপে ধৰি নানা মূৰ্ত্তি।
দুৰন্ত দৈত্যক বিনাশিলা ভগৱতী ॥
তোমা বিনা এহি কৰ্ম্ম কাহাৰ শকতি।
নিস্তাৰিলা অমৰক কৰি কৃপা আতি ॥
(৭) মায়াশাস্ত্রে বৈদ্যশাস্ত্রে আৰু তৰ্কশাস্ত্রে।
আত্মবেদ বাক্যে নীতিশাস্ত্রে জ্ঞানশাস্ত্রে ॥
আৰু ঘোৰ অন্ধকাৰ মমত্ব গৰ্ত্তত।
ভ্ৰমাইছাহা জগতকে তুমি অবিৰত ॥

(৬) অসি, খড়্গ।
(৭) মায়াশাস্ত্র, ভোজ্কবিদ্যা।

ৰাক্ষসৰ মধ্যে আৰু তীব্ৰ বিষধৰ।
সৰ্পৰ মাজত আৰু মধ্যত বৈৰীৰ ॥
দস্যুগণ দাবানল সমুদ্ৰ মধ্যত।
থাকি তুমি জগতকে ৰাখিছা সতত ॥
তুমি বিশ্বেশ্বৰী হেতু পালিছা জগত।
ব্ৰহ্মাণ্ডৰো আত্মা তুমি ধৰিছা জগত ॥
যি সবে তোমাত ভক্তি কৰে দৃঢ় ৰূপে।
ব্ৰহ্মাদিৰো পূজনীয় সি সব স্বৰূপে ॥
ব্ৰহ্মাণ্ডৰ যত প্ৰাণী তোমাতে আশ্ৰিত।
নানা ৰূপে উপাসনা তোমাক কৰন্ত ॥
সম্প্ৰতি যে মহাদেবি শত্ৰু বিনাশন।
কৰি তুমি জগতক কৰিলা ৰক্ষণ ॥
এহি ৰূপে সুপ্ৰসন্না হইয়া সততে।
আমাক কৰিবা ৰক্ষা অৰি ভয় হন্তে ॥
জগতৰ যত পাপ কৰা আশু ক্ষয়।
দুৰ্ভিক্ষ মৰক আদি কৰাহা বিলয় ॥
তুমি পূজ্যা জগতৰে ব্যাধি জগতৰ।
নাশ কৰি মহাদেবি কৰা উপকাৰ ॥
ত্ৰিভুবনবাসী লোকে কৰিছে প্ৰণতি।
দিয়া ইষ্টবৰ দেবি তুমি বৰদাত্ৰী ॥

এহি ৰূপে দেবগণে কৰিলন্ত স্তুতি ;
ভৈলাহা প্ৰসন্ন দেবী দুৰ্গা ভগৱতী ॥
ঘোৰ মূৰ্ত্তি ত্যজি ভৈলা প্ৰসন্ন বদন।
স্মিত মুখে ত্ৰিদশক বুলিলা বচন ॥
মায়ৰ হৃদয় আতি শিৰিষ কোমল।
ভক্তৰ স্তুতিত তুষ্টা দেবী সৰ্ব্বকাল ॥
হেন জানি নৰগণে তেজি আন কাম।
পাতক চাড়োক বোলা দুৰ্গা দুৰ্গা নাম ॥

——০(*)০——

দিলা ইষ্টবৰ, ত্ৰিদশ সবাক,
তুমি দেবি দয়াময়ী ॥

——০——

## দুলড়ি।

ত্ৰিদশৰ স্তুতি, শুনি ভগৱতী,
ভৈলন্ত সন্তোষ আতি।
সমস্ত দেবক, বুলিলন্ত বাক,
জগতৰ অধিষ্ঠাত্ৰী ॥

হেৰা দেবগণ, ভৈলোহোঁ প্ৰসন্ন,
বাঞ্চিত কৰা বেকত।
দিবো মই বৰ, অৰ্থে জগতৰ,
সমস্তে মোৰ আদৃত॥
অমৰ বদতি, মাৰ বিশ্বেশ্বৰি,
এহি ৰূপে বাৰম্বাৰ।
জগত ৰক্ষণ, শত্রু বিনাশন,
কৰিবাহা দিয়া বৰ॥
ত্ৰিদশৰ বাণী, শুনি কাত্যায়ণী,
বুলিলা সুধা বচন। (৮)
দানৱৰ ভীতি, নাহিকে সম্প্ৰতি,
যোৱা সবে নিজ স্থান॥
বৈবস্বত নামে, সপ্তম মনুত,
অষ্টাবিংশ যুগে পুনঃ। (৯)
শুম্ভযে নিশুম্ভ, নামে অন্য দুই,
দানৱ হৈব উৎপন্ন॥
মই সিবেলাত, নন্দৰ ঘৰত,
যশোদাত হৈয়া জাত।

(৮) সুধাবচন অমৃত বাক্য।
(৯) বৰ্ত্তমানেই বৈবস্বত মনুৰ অষ্টাবিংশ কলিযুগ।

দুগোটা দৈত্যক, কৰিবোহোঁ নাশ,
বসতি কৰি বিন্ধ্যত। (১০)
ভয়ঙ্কৰ ৰূপে, এহি ধৰাধামে,
হুয়া মই অবতাৰ।
বৈপ্রচিত্ত নামে, দানৱ সবাক,
বধিবোহোঁ পুনৰ্ব্বাৰ॥
মহা ভয়ঙ্কৰ, সিসব অসুৰ,
কৰন্তে মোৰ ভক্ষণ।
ডালিমৰ ফুল, হেন দন্তপংক্তি,
হৈবন্ত ৰক্ত বৰণ॥
মোক সিবেলাত, স্বৰগে দেবতা,
মৰ্ত্ত্যত মানৱ গণ।
হেৰক্ত দন্তিকা, নামক উচ্চৰি,
কৰিব সবে স্তবন॥
শতেক বৰিষ, ব্যাপি অনা বৃষ্টি,
হৈবন্ত ধৰণী তলে।
সিকালত মোক, কৰিব স্তবন,
সমস্ত মুনি মণ্ডলে॥

(১০) বিন্ধ্যত, বিন্ধ্যাচল পৰ্ব্বত।

মুনিৰ স্তুতিত, হুয়া মই তুষ্ট,
নয়ন ধৰি শতেক।
হৈবো অবতাৰ, অযোনি সম্ভৱ,
ৰাখন্তে যত প্ৰাণীক ॥
শতেক লোচনে, যত মুনি গণে,
কৰন্তে মই দৰ্শন।
শতাক্ষী আমাৰ, নাম কৰিবন্ত,
যতেক মানবগণ ॥
হেৰা দেৱগণ, জল বৰিষণ,
যাবত নোহে ধৰাত।
স্ৰজি নানা শাক, দেহ হন্তে মোৰ,
পুষিবো প্ৰাণী সমস্ত ॥
শাকম্ভৰী নাম, সিকালত মোৰ,
জগতে হৈবন্ত খ্যাতি।
ঋষি মুনি নৰে, কিন্নৰ অমৰে,
কৰিবন্ত মোক স্তুতি ॥
দুৰ্গম নামক, এক মহা দৈত্য,
সিকালে কৰিবো হত।
তান হন্তে মোৰ, দুৰ্গা দেবী নাম
জগতে হৈবন্ত খ্যাত ॥

মই পুনৰপি, ভীম ৰূপ ধৰি,
হিমালয় নগেন্দ্ৰত।
মুনিগণ ৰক্ষা, কৰিবাক হেতু,
কৰিবো ৰাক্ষস হত॥
মোক সিবেলাত, মুনিগণ যত,
কৰিব ভক্তিৰে স্তুতি।
ভীমা দেবী নাম, ধৰিয়া তথাত,
হৈবোহোঁ জগতে খ্যাতি॥
পাছে দৈত্য এক, অৰুণ নামক,
হৈবন্ত দেব অৰাতি।
বলে মহাবল, পীড়া ত্ৰিলোকৰ,
কৰিব অসুৰে আতি॥
ভ্ৰমৰ বেষ্টিত, ভ্ৰমৰৰ ৰূপ,
ধৰি মই সিবেলাত।
হিতে ত্ৰিলোকৰ, সি মহা সুৰক,
অবশ্যে কৰিবোহত॥
সিদ্ধ মুনিনৰে, দেব বিদ্যাধৰে,
সমস্তে মোৰ স্তবন।
কৰিব উল্লাসে, সেহি অবসৰে,
লৈবোহোঁ ভ্ৰামৰী নাম॥

দানৱ জনিত, এনুৱা পীড়ণ,
হৈবন্ত যেই বেলাত।
সিবেলাত মই, অবতাৰ হই,
কৰিবো শত্রু নিপাত॥
জগত জননী, বিপদ নাশিনী,
অপাৰ কৃপা তাহাৰ।
নাশি দৈত্যগণ, জগত ৰক্ষণ,
কৰিলন্ত ভয় দূৰ॥
হেন জানি নৰে, দেৱীক অন্তৰে,
সুমৰাহা ঘনে ঘনে।
আখ্যান চণ্ডীৰ, অতি মনোহৰ,
দ্বিজ কীৰ্ত্তি চন্দ্ৰে ভনে॥

——০ঃ০ঃ০——

দুৰ্গতি নাশিনি ! দানৱ ঘাতিনি।
কৰা কৃপা মোৰ ! পতিত পাৱনি ॥

——:০:——

## ঝুনা।

পুনৰপি দেৱী অমৰ গণক
হসিত বদনে বুলিলন্ত বাক।
স্তবে তোমাসাৰ মোক যেইজন
কৰিবন্ত সদা ভক্তিত স্তৱন ॥
তাৰ যত পীড়া বিপদ নিচয়
কাৰবোহৈ নাশ নাহিকে সংশয়।
মধু কৈতভৰ মহিমা স্তৱৰ
বধৰ সম্বাদ শুম্ভ নিশুম্ভৰ ॥
যি সবে ভক্তিৰে কৰিব কীৰ্ত্তন
হৈব সিসবাৰ ধন কীৰ্ত্তি মান।
অষ্টমী অথবা নৱমী তিথিত
চতুৰ্দ্দশীতবা আমাৰ মাহাত্ম্য ॥
একচিত্ত ভাবে যিসবে আমাত
কৰি দৃঢ়ভক্তি শ্ৰৱণ কৰন্ত।
নোহে সিসবাৰ অলপো দুস্কৃত
বিপদ দৰিদ্ৰতা বন্ধুৰে বিযুক্ত ॥

শত্রু হস্তেভয় আৰু দস্যুভয়
নৃপতিৰ ভীতি কদাপি নহয়।
অস্ত্র শস্ত্রভয় আৰু অগ্নিভয়
জলহস্তে ভয় নহয়নিশ্চয়॥
অতএব মোৰ উত্তম আখ্যান
[১] সমাহিত মনে কৰিব পঠন।
সদা ভক্তিভাবে কৰিব শ্রবণ
সেহিসে মঙ্গল আতি বিতোপন॥
আমাৰ আখ্যানে অনেক উৎপাত
মহা মাৰী পীড়া কৰিবন্তু নষ্ট।
নানা উপসর্গ মহামাৰী জন্য
মোহোৰ মাহাত্ম্যে কৰিব বাৰণ॥
গৃহেযাৰ মম পবিত্র আখ্যান
ভক্তিভাবে সদা কৰন্তু পঠন।
নকৰোহোঁ ত্যাগ তাহাৰ ভৱন
সর্ব্ব কালেতাত কৰো সন্নিধান॥
যজ্ঞ বলিদান আমাৰ পূজাত
[২] পুত্র জন্মবিহা আদি উৎসৱত।

[১] সমাহিত মনে, একান্ত ভাবে।
[২] বিহা, বিবাহ।

মোৰ এহিকথা কৰিব পঠন
ভক্তিভাবে সবে কৰিব শ্রবণ ॥
ছোকবা পণ্ডিত যদ্বা অপণ্ডিত
মোহোৰ আখ্যান পূর্ব্বক কৰন্ত।
পূজা বলিহোম সাদৰে গ্রহণ
কৰি কৰোতাৰ বাঞ্ছিত পূৰণ ॥
যেই জনে মোৰ শৰত কালত
বার্ষিক অর্চ্চন শ্রদ্ধাত কৰন্ত।
তাত যদি মোৰ পবিত্র আখ্যান
ভক্তি ভাবে নৰে কৰয় শ্রবণ ॥
সমস্ত বিপত্তি প্রসাদে আমাৰ
নাহিকে সংশয় দূৰ হয় তাৰ।
হোৱে ধনধান্য ঐশ্বর্য্য অপাৰ
আৰু ভার্য্যাপুত্র কৃপাত যে মোৰ ॥
শুনিলে আমাৰ পবিত্র আখ্যান
আৰু অবতাৰ ৰণে পৰাক্রম।
নথাকন্ত তাৰ হৃদয়ত ভীতি
পাৱে সুখশান্তি অনেক বিভূতি ॥
যিসবে আমাৰ চৰিত্র শ্রবণ
কৰে সিসবাৰ হৈবন্ত কল্যাণ।

শত্রুগণ ক্ষয় বংশৰ উন্নতি
পুত্ৰ পৌত্ৰ সহ আনন্দত গতি ॥
দুঃস্বপ্ন দৰ্শনে শান্তিক কৰ্ম্মত
উগ্ৰগ্ৰহ পীড়া জনিত ব্যাধিত।
মোৰ উপাখ্যান কৰিব শ্ৰৱণ
উপসৰ্গ যত হৈবে উপশম ॥
ভূতাদি সম্ভব পীড়া বালকৰ
কৰে নিবাৰণ আখ্যানে আমাৰ।
অন্যোন্যে বিবাদ হৈলে উপস্থিত
কৰয় ভঞ্জন আমাৰ চৰিত ॥
দুৰ্ব্বৃত্ত সবাৰ কৰে বল হীন
ভূত পিশাচক কৰন্ত নাশন।
আমাৰ আখ্যান কৰে যদি পাঠ
কৰোহোঁ সন্নিধি নিশ্চয়ে তাহাত।
গন্ধ পুষ্প ধূপ দীপ বলি দান
অভিষেক হোম ব্ৰাহ্মণ ভোজন।
আৰু নানা ভোগ্য ৰতন কাঞ্চন
দিয়া মোককৰে প্ৰত্যহ পূজন ॥
কৰি বৰিষেক ইমতে অৰ্চ্চন
কৰন্ত যাদৃশ প্ৰীতি উৎপাদন

একবাৰ মাত্ৰ আখ্যান আমাৰ
শুনিলে তাদৃশ প্ৰীতি হয় মোৰ ॥
মোৰ অবতাৰ কথাৰ কীৰ্ত্তনে
আৰু ভক্তিনম্ৰ ভাবত শ্ৰবণে।
কৰে পাপ নাশ আৰোগ্য প্ৰদান
প্ৰাণীগণ হন্তে কৰে পৰিত্ৰাণ ॥
সমৰ কালীন দৈত্য বিনাশন
শুনে যদি মোৰ পুৰুষে আখ্যান।
শত্ৰুকৃত ভয় নহয় তাহাৰ
সুখ সম্পদত যাই সৰ্ব্বকাল ॥
তোমা সবে যেই কৰিলাহা স্তুতি
কৰিলেক আৰু নাৰদ প্ৰভৃতি।
কৰিলন্ত মোক বিধাতা স্তবন
সিসব স্তবনে হোৱে তত্ত্বজ্ঞান ॥
অৰণ্যত কৰে অনলে বেষ্টিত
দস্যুগণে যদি আক্ৰমে মাৰ্গত।
শত্ৰুগণে যদি ধৰে নিৰ্জনত
সিংহ ব্যাঘ্ৰ হস্তী পীড়ন্ত বনত ॥
কোপত ৰাজাৰ বধ্য ভূমিগত
অথবা দোষত লৌহ নিগড়িত।

সমুদ্রৰ মধ্যে নৌকাৰোহণত
কৰে যদি বায়ু তাত আঘূৰ্ণিত॥
দাৰুণ সংগ্ৰামে হৈলে অস্ত্ৰপাত
ব্ৰণাদি পীড়াত ইসব বাধাত।
কৰে যদি মোৰ চৰিত স্মৰণ
বাধাহন্তে ত্ৰাণ পাৱে নৰগণ॥
চৰিত স্মৰণে মোৰ প্ৰভাৱত
সিংহ বাঘ হাতী দস্যু বৈৰি যত।
ভকতক মোৰ নকৰি ধৰ্ষণ (৩)
দূৰ হন্তে সবে কৰে পলায়ণ॥
মেধস বদতি চণ্ডিকা গোসানী
অমৰ গণক এহিৰূপে বাণী।
বুলি আশ্বাসিয়া সুৰথ ৰাজন
আগত সবাৰ ভৈলা অন্তৰ্দ্ধান॥
শত্ৰু বিনাশন ভৈল ত্ৰিদশৰ
গুচিল সবাৰ ভয় দানৱৰ।
পালাযজ্ঞভাগ যথা পূৰ্ব্বৱত
নিজ নিজ ভাগে বসিলা স্বৰ্গত॥

(৩) ধৰ্ষণ, হিংসা।

ভৈলা যেবে হত শুম্ভ মহাসুৰ
ৰণত নিশুম্ভ হাতে চণ্ডিকাৰ।
চণ্ডিকাৰ ভয়ে শেষ দৈত্য যত
প্ৰবেশিলা পাছে পাতাল পুৰীত॥
এহি ৰূপে নৃপ দেৱী সনাতনী
হুয়া অবতাৰ জগত জননী।
কৰে পুনঃ পুনঃ জগত পালন
দুৰ্ব্বৃত্তক বলে কৰি সংহৰণ॥
মুহিছে প্ৰাণীক সেহি ভগৱতী
স্ৰজিছে জগত সেহি দেব শক্তি।
কৰিলে ভকতি হুয়া তুষ্ট আতি
দেন্ত তত্ত্বজ্ঞান অতুল বিভূতি॥
প্ৰলয় কালত ধৰণীৰ পতি
মহামাৰী ৰূপে সেহি ভগৱতী।
অখিল ব্ৰহ্মাণ্ড ব্যাপি ঘোৰ ৰূপে
জগতৰ প্ৰাণী সংহৰে নিমিষে॥
মহামাৰী দেৱী জনম ৰহিত
স্ৰজে প্ৰাণীগণ সৃষ্টিৰ কালত।
স্থিতিকালে দেৱী জগত জননী
প্ৰাণীক পালন কৰে সনাতনী॥

লক্ষ্মী ৰূপে সেহি মনুষ্য গৃহত
কৰয় নিবাস সম্পদ কালত।
অভাবে দেবীৰ যত নৰগণ
পাৱে নানা দুঃখ আৰু যে মৰণ॥
গন্ধ পুষ্প ধূপ আদি উপহাৰ
দিয়া পূজা স্তৱ কৰন্ত দেবীৰ।
তাক প্ৰতি দেবী ধন পুত্ৰ দান
আৰু ধৰ্ম্মে মতি কৰন্ত প্ৰদান॥
আছে যত দ্ৰব্য মায়ৰ অধীন
দ্ৰব্য অন্বেষণে নাই প্ৰয়োজন।
একান্ত ভকতি দেবীৰ চৰণে
কৰা এক মনে সবে নৰগণে॥
খণ্ডোক আমাৰ সংসাৰ বন্ধন
এহিমাত্ৰ চিন্তা কৰা সৰ্ব্বজন।
দুৰ্গা নাম জপ কৰা নিৰন্তৰ
খসিব বন্ধন লভিবা নিস্তাৰ॥

———:০:———

অসাৰ সংসাৰ, দুৰ্গা পদ সাৰ,
কৰাহা হিয়াত ধ্যান॥

———:০:———

## পদ।

ঋষিয়ে বোলন্ত শুনা সুৰথ ৰাজন।
সমস্ত পুৰুষাৰ্থদ দেবীৰ আখ্যান॥
তোমাৰ আগত মই কৰিলো বেকত।
মহাশক্তি মতী দেবী ধৰিছে জগত॥
বিষ্ণু মায়া ভগৱতী হৈলে সুপ্ৰসন্ন।
মায়ামোহ দূৰ হয় লভে তত্ত্বজ্ঞান॥
তুমি এহি বৈশ্য আৰু জ্ঞানীজন যত।
মায়ায়ে কৰিছে মুগ্ধ কৰিব মোহিত॥
একচিত্ত মনে ৰাজা দেবীত শৰণ।
হই ভক্তি ভাবে কৰা দেবীৰ পূজন॥
আৰাধনে হই তুষ্টা দেবী ভগৱতী।
মনুষ্যক কৃপা কৰি দিয়ে ভুক্তি মুক্তি॥
জৈমিনিক সম্বোধি বুলিলা মাৰ্কণ্ডেয়।
মেধস সমীপে পাইলা দেবীৰ নিশ্চয়॥
সুৰথ সমাধি পাছে মেধস মুনিক।
দণ্ডৱতে প্ৰণমিলা কৰি কাকুবাক॥
ৰাজ্যনাশ হেতু দুঃখ আছিল ৰাজাৰ।
পুত্ৰাদিত মোহ আৰু সমাধি বৈশ্যৰ॥

তথাপি ঋষিৰ আজ্ঞা শিৰোধাৰ্য্য কৰি।
তেতিক্ষণে তপস্যাক ধৰিলা আবৰি ॥
প্ৰণমি মুনিক দুই দেৱীৰ দৰ্শনে।
অভিলাষ কৰিগৈলা নদীৰ পুলিনে ॥ (১)
তাত বসি বৈশ্য আৰু সুৰথ নৃপতি।
দেৱী সুক্ত জপি কৰে দেৱীত ভকতি ॥
মৃত্তিকাৰ দেৱী মূৰ্ত্তি কৰিয়া নিৰ্ম্মান। (২)
দুই জনে ভক্তি ভাৱে কৰন্ত পূজন ॥
গন্ধ পুষ্প ধূপ দীপ দিয়া কৰে হোম।
ভূমিত পৰিয়া কৰে অষ্টাঙ্গ প্ৰণাম ॥
নিৰাহাৰ তাহাৰ হৈয়া দুই জন।
নিজ দেহ হন্তে ৰক্ত কৰন্ত প্ৰদান ॥
বৰিষ ত্ৰিতয় এহিৰূপে আৰাধন।
কৰন্তে বুলিলা দেৱী প্ৰত্যক্ষ বচন ॥
হে নৃপ হে বৈশ্য তুই যাহাক লাগিয়া।
কৰিলাহা কষ্ট এত মই মহামায়া ॥

(১) পুলিন, নদীতীৰ।

(২) মৃন্ময়ী মূৰ্ত্তি, সাত্বিকী মূৰ্ত্তি, অম্বিকা মূৰ্ত্তি কৰাই সম্ভৱ।

কৰা ব্যক্ত মনোৰথ উভয়ে নিজৰ।
হৈলু তুষ্ট কৰিবোহোঁ পূৰণ দোহাৰ॥
মাৰ্কণ্ডেয় বদতি শুনিয়ো মুনিবৰ।
দেবীক প্ৰণাম কৰি প্ৰাৰ্থিলাহা বৰ॥
জন্মান্তৰে হোক মোৰ অক্ষুন্ন ৰাজত্ব।
ইজন্মত কৰো মই বলে শত্ৰু নষ্ট॥
শত্ৰু নাশি হোক মোৰ ৰাজ্যত বসতি।
বাঞ্চিলন্ত এহি বৰ সুৰথ নৃপতি॥
সংসাৰ বিৰগী সেহি বৈশ্য মহামতি।
পুত্ৰ ভাৰ্য্যা আৰু দেহে নকৰি আশক্তি॥
"মোৰ" মই এহি জ্ঞান নথাকোক মোৰ।
খুজিলন্ত ব্ৰহ্ম জ্ঞান সমীপে দেবীৰ॥
উভয়ৰ নিবেদন শুনি কাত্যায়ণী।
প্ৰথমে ৰাজাক দেবী বুলিলন্ত বাণী॥
অল্প দিনে মহাৰাজ নাশি শত্ৰুগণ।
অকণ্টক পাবা ৰাজ্য নকৰা চিন্তন॥
এহি ৰাজ্য ভোগ তুমি কৰি সমাপতি।
সূৰ্য্য দেব হন্তে পুনঃ হইবা উৎপত্তি॥
সাবৰ্ণিক মনুনামে হৈবাহা সিকালে।
শাসিবা বিবিধ প্ৰজা ন্যায় ধৰ্ম্ম বলে॥

বৈশ্যবৰ তুমি যেই কৰিলা প্ৰাৰ্থন ।
তোমাত হইলো তুষ্ট কৰিলো প্ৰদান ॥
তত্ত্ব জ্ঞান হৌক তব মুক্তিৰ সাধন ।
খণ্ডোক সংসাৰ পাশ লভাহা নিৰ্ব্বান ॥
দোহাৰ অভীষ্ট এহিৰূপে কৰি পূৰ্ত্তি ।
অন্তৰ্হিতা ভৈলা তাত দেবী জগন্মূৰ্ত্তি ॥
ক্ষত্ৰিয় প্ৰবৰ সেহি সুৰথ নৃপতি ।
ভৱানীৰ পাই বৰ পুলকিত আতি ॥
শত্ৰুনাশ কৰি ৰাজ্য লভি তেতিক্ষণে ।
পূজিলা দেবীক পাছে অনেক বিধানে
সেহি ৰাজা পুনৰপি সূৰ্য্য হন্তে জাত ।
হৈয়া সাৱৰ্ণিক নামে মনু হৈব খ্যাত ॥
ভুক্তি মুক্তি প্ৰদা এহি চণ্ডীৰ আখ্যান ।
চণ্ডীৰ চৰণ চিন্তি কৰিলো ৰচন ॥
নানা অপৰাধ মোৰ হৈছে ৰচনাত ।
কৰা ক্ষমা জগদ্ধাত্ৰি কৰোঁ প্ৰণিপাত ॥
মই অতি অল্পমতি মহিমা তোমাৰ ।
অনন্ত যে কি প্ৰকাৰে কৰোহোঁ প্ৰচাৰ ॥
নিজ গুণে নিজে দেবি হইয়া প্ৰসন্ন ।
মোৰ অপৰাধ যত কৰিয়ো মৰ্ষণ ॥

অন্তিম কালত তযু চৰণ কমল।
চিন্তি যেন আত্মা মোৰ ত্যজে কলেবৰ॥
এহি আশা কৰি মনে চণ্ডীৰ আখ্যান।
ৰচিলো কৰিলো মই চণ্ডীত অৰ্পণ॥
শুনা সবে নৰগণ তেজি আন কাম।
পাতক চাড়োক ডাকি বোলা দুৰ্গা নাম॥

———:○:———

ভুল সংসোধন।

পঞ্চাচ পিঠিৰ চাৰি সাৰিৰ তলত।
কথা ফাকি এৰা পৰি গৈছে।

তুমি স্বাহা ৰূপে দেবী সমস্ত যজ্ঞত।
দেবতাক দিছা তৃপ্তি পিতৃক স্বধাত॥

যোৰহাট মধ্যে গ্ৰাম নাম বালিগ্ৰাম ।
ব্ৰাহ্মণৰ নিবসতি আমাৰ জনম ॥
তপস্বী কৌশিক ঋষি বংশ প্ৰবৰ্ত্তক ।
গোস্বামী পদপী মম জানে সৰ্ব্বলোক ॥
জননী শ্ৰীদুৰ্গাদেবী পিতা ৰামচন্দ্ৰ ।
তাহান অঙ্গজ মই নাম কান্তিচন্দ্ৰ ॥
অম্বিৰ পিঠিত শুভ বসু চন্দ্ৰ মনে ।
শকাব্দে আষাঢ় মাসে [illegible] দিনে ॥
চণ্ডীৰ চৰণ পদ্ম ধৰি হৃদয়ত ।
পদবন্ধে চণ্ডীপাঠ কৰিলোঁ সমাপ্ত ॥
ন্যূনাধিক দোষ যদি থাকয় ইহাত ।
চণ্ডিকাৰ গুণ কেবে অংশ্যে খণ্ডিত ॥
মুনিৰো যে মতিভ্ৰম হোৱে কদাচিত
আমি অতি অজ্ঞানাত লোক অখ্যাত ॥
জ্ঞানীজনে সৰ্ব্ব দোষ কৰিব মৰ্ষণ ।
নকৰে নিন্দৰে পৰ দোষ উদ্ঘাটন ॥

সম্পূৰ্ণ ।